# পূর্ণিমা

( পদ্যময় )

261/

শ্ৰীযোগেন্দ্ৰ নাথ ৰণাপাট গিৰি

প্ৰণীত

আৰু

DISTRICT LIBRARY
(HEM BARUA COLLECTION
TEZPUR.

শ্ৰীভগবান চন্দ্ৰ ৰণাপাট গিৰি
। ভূতপূৰ্ব্ব হেড্‌মাষ্টাৰ, ভৱানীপুৰ এম্, ই স্কুল

প্ৰকাশিত।

প্ৰথম তাঙ্গৰণ।


GOVERNMENT OF ASSAM
Call No.........
DISTRICT LIBRARY.

ভৱানীপুৰ
কামৰূপ, আসাম।
১৩৩৪ চন।

বেচ ।৹ আঠ অনা।

ওঁ

# উছর্গা।

"পিতা স্বর্গঃ পিতাধৰ্ম্মঃ পিতাহি পৰমস্তপঃ।
পিতৰি প্ৰীতিমাপন্নে প্ৰিয়ন্তে সৰ্ব্বদেৱতাঃ॥"

ধৰ্ম্ম আৰু পুণ্যৰ সাক্ষী স্বৰূপ,
পৰম পূজনীয়, আৰাধ্যদেৱতা
পিতৃদেৱ
শ্ৰীযুত চতোৰাম ৰণাপাট গিৰিৰ
শ্ৰীচৰণ যুগলত;
অকৃতিম আৰু স্নেহময় পুত্ৰৰ,
ভক্তি উপহাৰ ৰূপে,
৺ আইৰ নামৰ
"পূৰ্ণিমা"
পুষ্পাঞ্জলি
দিলোঁ।

আপোনাৰ চেনেহৰ
—যোগেন—

# পাতনি।

শৈশৱৰ পৰা জীৱনৰ ভিতৰত আৰু পঢ়া অৱস্থাত নানা বাধাবিঘিনি অতিক্রম কৰি, খণ্ড পদ্যময় এই পুথিখনি লিখি ৰাইজৰ আগত দাণ্ডি ধৰিবলৈ আগ বাঢ়িলোঁ। পুথিখনিত যি বিলাক পদ্য দিয়া হৈছে, সেই বিলাক ১৯১৭ চনৰ পৰা—অৰ্থাৎ, মই পাঠশালা স্কুলৰ দ্বিতীয় শ্ৰেণীত থকা দিনৰে পৰা—বৰ্ত্তমান কাললৈ; ছাত্ৰ-জীৱনৰ বহু মূলীয়া সময় আৰু আই-বোপাইৰ কষ্টৰ ধন ভগন কৰি লিখা হৈছে।

ইয়াত দিয়া আটাই বোৰ কবিতা, ছাত্ৰজীৱনৰ অমূল্য সময় ব্যয় কৰি লিখা "জ্ঞান-দায়িনী" নামে পুথিত পদ্য আৰু গদ্য দুই ভাগে, এখন কৰি ছপাবলৈ ইচ্ছা কৰিছিলোঁ। কিন্তু গোটাদিয়েক মোৰ হিতাকাঙ্ক্ষী শিক্ষক আৰু সাহিত্যানুৰাগী মহাপুৰুষে পদ্য আৰু গদ্য, বেলেগ বেলেগ কৰি ছপাবলৈ পৰামৰ্শ দিয়ে। তেওঁ-লোকৰ অনুগৃহীত উপদেশ মতে কবিতা বোৰ "পূৰ্ণিমা" নামে ৰাইজৰ আগলৈ উলিয়াবলৈ সাহ কৰিলোঁ। আশা কৰোঁ "পূৰ্ণিমাৰ" প্ৰতি যেন ৰাইজৰ কৃপাদৃষ্টি পৰে।

কালৰ গতি বুজাবৰ টান। হায়! কবলৈ হিয়া বিদৰি উঠিছে,—অমূল্য সময় সকৰে পৰা এইদৰে ব্যয় কৰি যোৱা হেতুকে; আৰু দুই চাৰি খন নাটক, উপন্যাস

আদি লিখা কামত কিছু সময় অতিবাহিত হোৱা গতিকেও, পঢ়াত বহুত ব্যাঘাট ঘটে। তাৰ ফলত অর্থাৎ কিতাপ লিখা কামত অলপ মন দিয়াত, দুই বছৰ মান পঢ়াৰ পিনে ধিলা পৰে; আৰু মোৰ এটি চিৰ লগৰীয়া বেমাৰৰ তাৰণাত ১৯২৬ চনত বৰপেটা হাইস্কুলত উত্তীর্ণ হব নোৱাৰি, স্বাস্থ্য আৰু উচ্চশিক্ষাৰ আশায় গুৱাহাটী লৈ অহা হয়। কিন্তু দুর্ভাগ্য বশতঃ, লিখা কার্য্যত মন দিয়া বাবে, তাতো সেয়ে হোৱাত উচ্চ শিক্ষা আৰু ভবিষ্যত মহত জীৱনৰ ভেটি, আৰ্থিক অৱস্থা হেতু চন পৰা যেন হয়। যদি ৰাইজৰ দুনীয়াৰ প্ৰতি দয়া হয়, তেন্তে আপোনালোকৰ সহায়ত, আৰু পূর্ণিমাৰ আলোকত, চন পৰা ভেটি পুনৰাই আলোকিত হব পাৰে।

পৰি শেষত ৰাইজৰ ওচৰত মোৰ এয়ে সবিনয় নিবেদন যে, ইয়াৰ পৰা যদি উঠি অহা ডেকা সকলৰ যৎকিঞ্চিৎ মানো উপকাৰ হয়, তেনেহলে, শৈশৱৰ পৰা অনাহকত কটোৱা সময় সাৰ্থক মানি, জীৱনত ঘটা সকলো দুঃখ কষ্ট পাহৰি, আনন্দৰ চকুলোমুচি পৰমপিতাক প্ৰাৰ্থনা কৰিম, যেন বিশ্বজগতৰ কল্যাণ কৰে। ইতি।

গুৱাহাটী।<br>২০।৪।২৭ ইং

বিনীত—

**গ্ৰন্থকাৰ।**

# পূৰ্ণিমা সম্বন্ধে মতামত।

১। আজি মই শ্ৰীমান যোগেন বোপাটিয়ে লিখা পূৰ্ণিমা নামৰ পুথিখনি পঢ়ি মনত বৰ আনন্দ আৰু সুখলাভ কৰিলোঁ। শ্ৰীমানৰ যে নিচেই বাল্যাৱস্থাৰ পৰা এই বিলাক কামত ৰতি আছিল, তাক মই সুন্দৰকৈ জানোঁ। পুথিখনিৰ প্ৰায় প্ৰত্যেকটো কবিতাতে আধ্যাত্মিক বিষয়ৰ উচ্চভাব ফুটি উঠিছে। আশাকৰোঁ শিক্ষা বিভাগৰ কৰ্ত্তৃপক্ষ সকলে যেন, পুথি খনি উপযুক্ত শ্ৰেণীৰ পাঠ্যৰূপে নিৰ্ব্বাচিত কৰি নতুন লিখকৰ উৎসাহ বঢ়ায়। ইতি

ভৱানীপুৰ
১৬ চৈত্ৰ, ১৩৩৩ চন

(স্বাক্ষৰ) পণ্ডিত শ্ৰীধৰ্ম্মকান্ত শৰ্ম্মা।
তৰ্ক তীৰ্থ।

২। শ্ৰীমান যোগেন বোপাটিয়ে লিখা এই পুথিখনি পঢ়ি মনত বৰ ৰঙ্গ পালোঁ। পুথিখনি ভাল হৈছে। স্কুলবিভাগৰ গৰাকী সকলে যেন নতুন লিখকক উৎসাহদি আগলৈ প্ৰণোদিত কৰে। ইতি

ভৱানীপুৰ
২৫ চৈত্ৰ, ১৩৩৩ চন

(স্বাক্ষৰ) পণ্ডিত, শ্ৰীৰত্নেশ্বৰ শৰ্ম্মা,
বিদ্যাভূষণ, ব্যাকৰণতীৰ্থ।

৩। এই লৰা জন নলবাৰী হাইস্কুলত পঢ়িছিল আৰু ইয়াত থকা সময়ত, তেওঁ মাজে মাজে সভাসমিতি আদিত সুন্দৰ সুন্দৰ কবিতা আৰু ৰচনা পাঠ কৰি আমালোকৰ মনত নথৈ আনন্দ দিছিল। এওঁনিজে, নগবাৰীত থকা কালত, হাইস্কুলৰ মেগাজিনৰ সম্পাদক আছিল। কিন্তু নলবাৰীৰ হাৱা-পানী এওঁক নুসুজাত, বৰপেটা লৈ যায় আৰু তাৰ পাছত গুৱাহাটীত পঢ়িছিল। আজি বহুদিনৰ মূৰত এওঁক পুনঃ দেখি আৰু তেওঁ লিখা পূৰ্ণিমা নামৰ পুথি খনি পঢ়ি সুখী হলোঁ। পুথি খনি ভাল হৈছে। আশা কৰোঁ স্কুল বিভাগৰ গৰাকী সকলে পুথিখনি উপযুক্ত শ্ৰেণীৰ পাঠ্যৰূপে চলাই; ভবিষ্যতলৈ ভাষাৰ উন্নতি লৈ উৎসাহ দিব। ইতি

| | |
|---|---|
| নলবাৰী হাইস্কুল<br>৩১ চৈত্ৰ, ১৩৩৩ চন | স্বাক্ষৰ পণ্ডিত শ্ৰীশ্ৰীকান্ত ভট্টাচাৰ্য্য<br>কাব্যতীৰ্থ। |

৪। "পূৰ্ণিমা" পুথিখনি মাজে মাজে পঢ়ি চালো। কোনো কোনো কবিতা, যেনে "আবাহন" "লাচিত ফুকন" বৰ ভাল হৈছে। কোনো কবিতা শব্দৰ সমাস, আৰু ভাব বা উদ্দেশ্যৰ অভাব যেন দেখা যায়। যাহোক

নতুন লিখকৰ উদ্যম প্ৰশংসনীয়; তেওঁ উৎসাহ পাবৰ যোগ্য। লিখক আৰু কিছু পৈণত হৈ লিখিব ধৰিলে ভাল ভাল কবিতা লিখিব পাৰিব।

গুৱাহাটী। (স্বাক্ষৰ) শ্ৰীভোলানাথ দাস।
১৮ এপ্ৰিল ১৯২৭ ইং চৰডেপুটিকলেক্টৰ।

---

৫। শ্ৰীযোগেন্দ্ৰনাথ ৰণাপাটগিৰিৰ "পূৰ্ণিমা" নামৰ পদ্য পুথি খন মই হাতে লিখা অৱস্থাত এবাৰ পঢ়ি চাইছো। আমাৰ সাহিত্যত তেওঁৰ নাম ইয়াৰ আগতে শুনা মনত পৰে। কিন্তু এইদৰে লিখকৰ লগত চিনাকী হবলৈ পাই বৰ সুখী হলো। কবিত্বৰৰস পূৰ্ণিমাৰ এছাতি জোনাক পৰি তেওঁৰ ভালেখিনি পদ্য উজ্জ্বল কৰি তোলা যেন লাগিল। সময়ত তেওঁ অসমীয়া পদ্য সাহিত্যৰ এজন সুলিখক হবলৈ পাৰিব বুলি এই পদ্য বোৰ পঢ়ি ভাব হয়। তেওঁৰ সফল কামনা কৰোঁ।

গুৱাহাটী। (স্বাক্ষৰ)—শ্ৰীডিম্বেশ্বৰ নেওগ,
১২।৫।২৭ ইং বি এচ্, চি; বি, এ।

---

# [ শলাগণী ]

১। এই পুথিখনি তিনি চাৰিজন মান সাহিত্যিকক দেখুৱাৰ পিছত প্ৰবীণ সাহিত্যিক মাননীয় শ্ৰীযুক্ত ভোলানাথ দাস মহোদয়ক দেখুওৱা হয়। তেখেঁতে কিছুমান পদ্যৰ শব্দ ভাব বা উদ্দেশ্যৰ ব্যতিক্ৰম দেখি, সেই বোৰ দোষ মাৰিবলৈ মোক উপদেশ দিয়ে। কিন্তু মই নিজে এবাৰ চাইচিতি পৰিবৰ্ত্তন কৰি; সুসাহিত্যিক মাননীয় শ্ৰীযুত ডিম্বেশ্বৰ নেওগ মহাশয়ক দিয়া হয়। তেওঁ, তেওঁৰ সুনিপুণ কাপেৰে "পূৰ্ণিমাক" পূৰ্ণ আলোক দিয়া গতিকে; উক্ত দুয়ো জনা পুৰুষৰ ওচৰতে চিৰ কৃতজ্ঞ থাকিলোঁ।

পৰিশেষত গুৱাহাটী কলেজিয়েট হাইস্কুলৰ হেড্ মাষ্টৰ পৰম শ্ৰদ্ধাস্পদ শ্ৰীল শ্ৰীযুত লক্ষ্মীনাথ শৰ্ম্মা এম, এ, বিদ্যা-বিনোদ মহোদয় আসাম ভেলি স্কুলবিভাগৰ স্কুল ইন্স্পেক্টৰ হৈ যোবাৰ আগতে; মৰমৰ ছাত্ৰৰ ভবিষ্যৎ মঙ্গলাৰ্থে; এই পুথিখনিত এবাৰ চকু ফুৰাই চাই, পুথি খনি ভাল হোৱা বুলি, আগলৈ উৎসাহ দিয়ে আৰু পুথিখনি পাঠ্য-হিচাবে চলা বলৈ চেষ্টা কৰিম বুলি কয়। এই বাবে তেওঁৰ ওচৰত চিৰঋণী থাকিলোঁ। ইতি—

ভৱানীপুৰ<br>৫।৬।২৭ ইং।

বিনীত—<br>যোগেন।

---

# সূচীপত্র।

# নিবেদন।

বিদেশত বৰ দৈৰা দৈবি কৈ ছপোৱা আৰু প্ৰুফ্ আদি চোৱাঁত নানা অসুবিধা গতিকে পুথি খনিত মাজে মাজে বৰ্ণাশুদ্ধি ৰৈ গৈছে। সেইবোৰ মাৰিবলৈ তলত এখনি শুদ্ধি-পত্ৰ দিয়া গ'ল ; আশা কৰোঁ সদাশয় পাঠক সকলে যেন প্ৰথম বাৰলৈ মাৰ্জ্জনা কৰি, এবাৰ শুদ্ধি-পত্ৰলৈ চকু ফুৰায়। এই হে গোহাৰি। ইতি

ভৱানীপুৰ। }
১।৯।২৭ ইং। }

বিনীত
গ্ৰন্থকাৰ।

# শুদ্ধি-পত্ৰ।

| শুদ্ধ | | অশুদ্ধ | | পৃষ্ঠা |
|---|---|---|---|---|
| ললিতময় | ... | ললিতামময় | ... | ১ |
| বহু-ঘৰা | ... | বহু-ধৰা | ... | ২ |
| লীলা পূৰ্ণ | ... | লীলা পূৰ্ণি | ... | ৩ |
| গ্ৰাহি | ... | প্ৰাহি | ... | ৭ |

| শুদ্ধ | | অশুদ্ধ | | পৃষ্ঠা। |
|---|---|---|---|---|
| ফুলনি | ... | ফুললি | ... | ১০ |
| বইছে | ... | বইহে | ... | ১২ |
| অলি | ... | আগি | ... | ১৫ |
| যায় | ... | বায় | ... | ১৬ |
| জঁয় | ... | জয় | ... | ১৬ |
| পূর্ণ | ... | পূর্ব্ব | ... | ১৬ |
| কাষত | ... | কাৰত | ... | ১৭ |
| মিহি-মিহা | ... | মির্হি-মিহা | ... | ২২ |
| ৰাঙ্গলি | ... | বাঙ্গলি | ... | ২৬ |
| পিঙ্কালা | ... | পিঙ্গালা | ... | ২৬ |
| ঋষি | ... | ঋযি | ... | ২৭ |
| আগুৱান | ... | আগুয়ান | ... | ২৮ |
| উঠিছে | ... | উঠিহে | ... | ৩৩ |
| 'সংসাৰ-জঞ্জাল' | ... | 'সংসাৰ-জঞ্জাল | ... | ৩৬ |
| ঘনিষ্ঠ | ... | ঘনিষ্ট | ... | ৪০ |
| ফুলনিত | ... | ফুললিত | ... | ৪৩ |
| ওপৰ | ... | ওপৰত | ... | ৪৭ |
| গধুৰ | ... | গধুব | ... | ৮২ |
| পূজাৰ | ... | পুজাৰ | ... | ৯৭ |

PLEASE HANDLE THE BOOK CAREFULLY.



# পূর্ণিমা



## তুমি ।

( ১ )

জগত সৌন্দৰ্য্যময়, বিশ্বময় তুমি
তুমিয়ে হে সকলোৰে সাৰ ;
অনাদি অনন্ত দেৱ, অন্তৰ্য্যামী তুমি
তোমাৰে'ই বিচিত্ৰ সংসাৰ ।

সৰ্ব্ব কৰ্ম্মী, বিশ্ব আত্মা, বিশ্ব প্ৰেম তুমি
সৰ্ব্বশ্ৰেষ্ঠ মহামুৰ্ত্তিমান ;
'ভূষিত ললিতাময় বিশাল জগত
অতুলনা তোমাৰ আখ্যান ।

DISTRICT LIBRARY
(HEM BARUA COLLECTION)
TEZPUR.

## পূর্ণিমা

ফুল-ৰেণু মধুৰতা, ক্রিয়া কর্ম্মী তুমি
ৰহ-ধৰা সৌন্দৰ্য্যৰ খনি ;
—বিবিধ সুৰত তুলি গাই তযু গান,
তুলি দিয়া আনন্দৰ ধ্বনি।

সুগন্ধি ফুলত পৰি উলাস মনেৰে
প্রেম ঢালি মন্ত্র একতাৰ ;
জাকে জাকে মউ আনি ৰহনাই হিয়া
কৰা তুমি কর্ত্তব্য তোমাৰ।

জল-চন্দ্র শোভাময় পবিত্র পদুম
সুবিমল সুগন্ধ সৌৰভ ;
দলে দলে ৰাজহংস পৰি মাজে মাজে
প্রকাশিছে তোমাৰ গৌৰৱ।

"তুমি প্রভু। সর্ব্বব্যাপি বিশ্ব-সংসাৰৰ।
জয়! জয়!! জয় প্রভু, মহিমা তোমাৰ।"

( ২ )

বৃক্ষ-তৰু-লতা-গছ, চন্দন-চেগুণ-বহু,
ভূটীমালী-যুতী-জবা কাঞ্চন গোলাপ ;
আৰু কত সৌৰভৰ, নানাৰূপ গঠনৰ,
ফুলিছে কানন ভৰি পাই ৰেণু তাপ ।

চামে চামে বিধে বিধে, সাজিছা বিবিধ বিধে,
তোমাৰ মহিমা মায়া কৰি ভৰপূৰ ;
চিত্ৰ-চবি দৃশ্য দপি, পতঙ্গ পকৱা ব্যাপি,
সৰ্ব্বৰূপে সকলোতে আছা অনিবাৰ ।

তৃণ-কণ-কঁহী-মুচী, পুলি-পথাঁ-গুটি-গছি,
আত্মাৰূপে সকলোতে তুমি ভগবান ;
নৱ-চিত্ৰ নিৰঞ্জন, লীলাপূৰ্ণি ত্ৰিভুবন,
বিৰচয় বিৰঞ্জিত বন্দনা বৰণ ।

ৰূপে-গুণে অনুকূল, কেতেকী-তগৰ ফুল,
কদম্ব-মদাৰ পলা-ৰক্ত পাৰিজাত ;
নীল ৰঞ্জি ভেঁট-পাহী, সৌন্দৰ্য্য উগাৰে হাঁহি,
তুলুক্-ভুলুক্ কৰি নাচে জলকত ।

সতত মঙ্গল ধৰা, ৰূপৰ প্ৰতিমা মৰা,
পৰি তাতে জাকে জাকে উজ্জ্বল পাখিৰে ;
গায় প্ৰভু তযু গুণ, তাল মানি জুন্ জুন্,
প্ৰকাশি তোমাৰ লীলা হৰিষ মনেৰে।

"—সেই তুমি সি সকলো মহিমা তোমাৰ।
জয় প্ৰভু, জয়! জয়!! নিশ্ব-নিৰাকাৰ॥"

( ৩ )

ধৈৰ্য্যশীলা শান্তিময়ী, পৃথিবী বুকত,
অৰ্পিভাৰ অজলা প্ৰ.ণীৰ ;
অনিবাৰ পালি আছা সকলো জীৱকে
ভিন্ পৰ্ নকৰি বিচাৰ।

ক্ষুদ্ৰ পোক জৰ্ঁা, চাহি শক্যহীন প্ৰাণী,
কেঁচু-জোক-ছগা কড়ি কান ;
—কিন্তু প্ৰভু, হেতু বুজি সকলোকে তুমি,
সমভাবে কৰা কৃপা দান।

বিনিময় বিশ্ব তুমি, বিশ্ব চৰাচৰ,
আদি অন্ত তোমাতেই তুমি ;
জঘন্য উৎকৃষ্ট কিম্বা পাতকী পৰম,
—এক"—" কিন্তু সকলোৰে তুমি।

সকলোৰে অন্তৰত স্থিতি থাকি তুমি,
ইচ্ছা হেতু কৰা নিজে কাম ;
সৰল সৌৰভময় মহা প্ৰাণ তাৰ,
আদৰ্শিছা দীপ্তি অবিৰাম।

তুমি প্ৰভু, পদ্মনাভ, নিঃস্বাৰ্থ প্ৰেমিক,
জল-স্থল-গগন কানন ;
অসীম ব্ৰহ্মাণ্ড জুৰি মিলি বাষ্পৰূপে,
ব্যাপি আছা অনন্ত ভুবন।

"জয় প্ৰভু, সৰ্ব্বগুণী সৰ্ব্বশক্তিবান।
জয়! জয়!! মহা যোগী তত্ত্ব মহাত্মন॥"

( ৪ )

নানা ৰূপে আছা তুমি, যদিও নেদেখোঁ আমি,
নুবুজোঁ তোমাৰ লীলা ভাৱ ;
সুন্দৰ চানেকী লৈ, বিশ্বৰ মাজত গই,
দিছা তুমি সৰ্ব্বৰূপে তাৱ।

সিংহ-হাতী-গঁড়-ঘোঁৰা, ভালুক-হৰিণা-বৰা,
অগণন প্ৰাণীৰ সমাজ ;
গৰু-ম'হ জাকে জাকে, জীৱজন্তু চউদিশে,
কৰি আছা সকলোৰে কাজ।

জগতক বিমোহিছা প্ৰত্যেকতে নিমগিছা
কি চেতন অচেতন প্ৰাণী ;
খাল-বিল-জাহি-জহা, নদ-নদী-গিৰি-গুহা,
জুৰি আছা নিখিল ধৰণী।

যত বস্তু ৰহ-ঘৰা, অসীম ব্ৰহ্মাণ্ড ভৰা,
প্ৰত্যেকৰে মূল-ভূত তুমি ;
কত ৰেণু-পৰমাণু, ক্ষুদ্ৰ ক্ষুদ্ৰ তম্ অণু,
প্ৰতি প্ৰাণে বিৰাজিছা তুমি।

প্ৰলয় তৰঙ্গ ঢউ,  প্ৰাহি আহে হউ হউ,
ভয়ঙ্কৰ ভীষণ নিনাদ ;
বীৰ বজ্ৰ ৰূপে তুমি,  তীক্ষ্ণ বোকোচাত ভাঁহি,
তুলি দিয়া আতঙ্ক বিষাদ ।

"সেই তুমি সি সকলো মহিমা তোমাৰ ।
জয় প্ৰভু, জয় ! জয় !! বিশ্বৰূপেশ্বৰ ॥"

—❊—

ভৱানীপুৰ ।
১৯২২ ইং

# বসন্ত আৰু কুলি।



নৱ জাগৰণে আজি জাগিছে ধৰণী,
মলয়াৰ নৱ হিল্লোলত ;
হাঁহিছে প্ৰকৃতি দেৱী সৌন্দৰ্য্যৰ ৰাণী,
বসন্তৰ নৱ উলাসত।

নীলিম গগন আৰু সৰিৎ সাগৰ,
সকলোৱে হ'ল উজাগৰ ;
নৱ প্ৰতিমাৰ যেন নতুন ছবিটি,
জাকি মাৰি উঠিলে ওপৰ।

গিৰি-গুহা-উপবন, নিকুঞ্জ কানন,
বিহগৰ বিলাস ফুলনি ;
অপূৰ্ব্ব জেউতি ধৰি হাঁহিব ধৰিছে,
লতায় লতায় ফুল কলি।

## পূর্ণিমা

গছ-লতা সকলোৱে পিন্ধি নৱ সাজ,
নৱৰূপে শোভিছে ধৰাত ;
পুষ্প উপবন মাজে প্ৰেমিক ভ্ৰমৰে,
চুমা যাচি ফুৰিছে ফুলত ।

বিহগ বিহগী সৱে প্ৰতি গছে গছে,
উৰি উৰি কাননে কাননে ;
মনৰ হৰিষে গায় বিভু গুণ গান,
প্ৰেম ঢালি প্ৰতি প্ৰাণে প্ৰাণে ।

ৰিব্ ৰিব্ কৰি বোৱা বসন্ত বতাহে,
সুশীতল কৰিছে কানন ;
কুসুমে কুসুমে গাঁথি প্ৰেম-পুষ্প হাৰ
সজালেহি শান্তি নিকেতন ।

কুঞ্জ কাননত বহি প্ৰেমিক কুলিয়ে,
পঞ্চমত আৰম্ভিলে গান ;
লগে লগে সৰু বৰ ৰঙিল চৰাই,
ধৰিলেহি নানা সুৰে তান ।

## পূর্ণিমা

হে ৰঙ্গিয়াল পখি ! বসন্ত বিহগ,
চিৰমগ্ন তুমি বসন্তত ;
গীতৰ লহৰি তোলা তোমাৰ সঙ্গীত,
শুনো সদা পুষ্প কাননত ।

জক্ মক্ কৰা মোৰ ফুলনি বাৰীত,
বহি তুমি পাতৰ আঁৰত ;
কুঁউ কুঁউ সুৰ ধৰি গোৱা পঞ্চমত,
প্ৰেম সুধা মিলাই কণ্ঠত ।

হে কোকিল বসন্তৰ ৰজা ! গোৱা আৰু,
শুনো মই দুই কাণ পাতি ;
তোমাৰ অমিয়া গান প্ৰেম-সুধাময়,
মুগ্ধ কৰা পঞ্চমত মাতি ।

গোৱা কুলি ! গোৱা আৰু বিভুগুণ গান,
ভুলি যাওঁ সংসাৰৰ প্ৰতি ;
তোমাৰ লগত যেন মন পখী মোৰ,
গাব পাৰে মঙ্গল আৰতি ।

তোমাৰ নিচিনা যদি থাকিল হেতেঁন,
দুটী পাখি দুখন হাতত ;
তোমাৰ লগত সদা ফুৰিলোঁ হেতেঁন,
বসন্তৰ পুষ্প কাননত।

প্ৰকৃতিৰ সুন্দৰতা, গিৰি গুহা-নদী,
মনো মোহা কুঞ্জ উপবন ;
বিলাস কানন ভূমি দেশ দেশান্তৰ,
চাই চাই ফুৰিলোঁ হেতেঁন।

—✻—

গুৱাহাটী।
২৫।২।২৬ ইং

# কিৰণ।

—*—

( ১ )

চোঁৱা কেনে ৰঙ্গে উদিছে কিৰণ,
আলোকিত কৰি সৱে ;
অপূৰ্ব্ব ৰঙ্গেৰে জেউতি চৰায়,
ভুমুকি মাৰিছে পূৱে ।

( ২ )

সুনীল গগন উঠিছে বিৰাজি,
লুমায় নিশাৰ তৰা ;
বিচিত্ৰ ৰঙ্গেৰে জ্বলিছে ধৰণী,
আনন্দে উপচি পৰা ।

( ৩ )

বন সৌৰভেৰে বইছে মলয়া,
শীতলাই সব হিয়া ;
সকলোকে যেন কয় কানে কানে,
মঙ্গল উকলি দিয়া ।

( ৪ )

শুনি সেই কথা পুৱাতে কুলিয়ে,
বিচিত্র কুঞ্জৰ পৰা ;
পঞ্চম সুৰেৰে গাবলৈ ধৰিলে,
বিবৰি বিচিত্র ধৰা ।

( ৫ )

সুবৰ্ণ ৰথত আৰোহি তপন,
গহীন গম্ভীৰ ভাৱে,—
অমিয়া সুখৰ সৌন্দৰ্য্য ৰূপত
—জাগিছে সকলো জীৱে ।

( ৬ )

নৱ আলোকেৰে আলোকিত কৰি,
সাজিছে ধৰণী চোৱাঁ ;
বনদেৱী সৱে বন ফুল আনি,
পূজিব ধৰিছে সৌৱা ।

( ৭ )

লাঞ্ছিত ভাষাৰ দুখুনী জননী,
পুত্ৰ সকলৰ বাবে ;
চকু পানী মুচি নীৰৱ সুৰেৰে,
বন্দিছে করুণ ৰৱে ।

( ৮ )

সোলোকি পৰিছে গাৰ আভৰণ,

লাঞ্ছিতা মাতৃৰ হায় ;

হীনা বেশ দেখি জ্বলে দাবানল,

পৰাণ বিদৰি যায়।

( ৯ )

চোৱা ভাই ! চোৱা, জননী আমাৰ,

হীন-ছন্দ যোজনাৰে ;

পূজিছে কিৰণ দুই বাহু তুলি,

বনৰীয়া ফুল হাৰে।

( ১০ )

আহা সৱে ভাই ! আহা আগুৱাই,

জননীৰ সমে মিলি ;

পূজো কিৰণক মনৰ উল্লাসে,

সুগন্ধি চন্দন ঢালি।

( ১১ )

নকৰিবা হেলা নপৰিবা পিছ,

মুশুৱা মুশুৱা কেৱে ;

উদিছে কিৰণ কৰ্ম্ম গগনত

উঠা মহোল্লাসে সৱে।

বৰপেটা।

১০।৮।২৫ ইং

—*—

# দীপম্বিতা।

—❋—

সকলো ঠাইতে আজি, ধিমিকি ধিমিকি,
জ্বলিছে দ্বীপম্বিতা বাতি ;
পোহৰাই অমাবস্যা বিঘোৰ ৰজনী,
বিতৰিছে আনন্দৰ ভাতি।

চহৰ বজাৰ আদি ৰাজ অট্টালিকা,
প্ৰকৃতিয়ে সুশোভিত গাওঁ ;
সকলোতে বিৰাজিছে অপূৰ্ব্ব আলোক,
দেখিলেই তধা লাগি ৰওঁ।

যি আলোকে অবিৰাম কৰে আলোকিত,
চহকীৰ স্বৰ্ণৰ মন্দিৰ ;
আজি সেই আলোকেৰে নৱ আলোকিত,
দুখীয়াৰ সামান্য কুটীৰ।

গড়াল পদুলী আদি গোহালি ভৰাল,
সকলোতে জ্বলে নানা চাকি ;
চ'লি বোৰে গাই গীত আগি পদুলীয়ে,
জুমুৰি মাৰিছে থাকি থাকি।

## পূৰ্ণিমা

জ্বলে আকু দুটি এটি আকাশীয়া বাতি,
সৰগৰ জোনটিৰ দৰে ;
আলোকি গছৰ আগ আপোন পোহৰে,
চাৰি পিনে সৌন্দৰ্য্য বিতৰে।

দেখি সেই নৱালোক ছগা-পোক আদি,
চাৰি পিনে যায় উৰি ঘূৰি ;
নাচি নাচি কেউপিনে ফুৰি আনন্দত
শেষে বায় সৱে জয় পৰি।

এই দৰে জীৱনৰো পূৰ্ব্ব দীপন্বিতা,
মাজে মাজে হয় আলোকিত,
বিচিত্ৰ সংসাৰ লীলা চাই অৱশেষে,
জয় পৰে অন্তিম শয্যাত।

—*—

বৰপেটা।
১৫।১১।২৫ ইং

# কোমল আৰু কঠিন।



( ১ )

কঠিন পৰ্ব্বত চোৱাঁ পাষাণেৰে গঢ়া,
নাই লেশ কোমলতা তাৰ,
কিন্তু তাতো কৰুণাৰ বয় প্ৰেম—জুৰী,
মহানই মহা মিলনৰ।

( ২ )

বাৰ খৰ লাগি থকা বালিময় ধৰা,
আকুল অতীৱ মৰুভূমি
কিন্তু চোৱাঁ কৰুণাৰ অতুল প্ৰভাৱ,
তাতো আছে "ফোয়েৰা" এমনি।

( ৩ )

গছক আশ্ৰয় কৰি লাজুকী লতাই,
অবিৰাম থাকে ওচৰত ;
প্ৰীতিৰ প্ৰণয় ভাব নথকা হেতেঁন,
গছে তাক নাৰাখে কাৰত।

( ৪ )

নিৰ্দ্দয় পুৰুষ প্ৰাণ পাষাণৰ দৰে,
কৰুণাৰ নহয় সজাত ;
কিন্তু তাতো আছে মিল দাম্পত্য প্ৰেমৰ,
ৰমণীৰ কোমল প্ৰাণত।

( ৫ )

যদিও বেলিৰ তাপ অতীব প্ৰখৰ,
ফুলকলি লেউ সেউকীয়া ;
তথাপি দুয়োতে আছে শান্তিৰ মিলন,
কোমলে কঠিনে মিহলীয়া।

( ৬ )

প্ৰখৰ ৰ'দৰ তাপে দিনত যেতিয়া,
মুচ্ কচ্ কৰে কুঁহী পাত ;
নিশাৰ জোনাকে ঢালি শীতল পোহৰ
নৱৰূপে দিয়ে প্ৰাণ গাত।

( ৭ )

কোমলে কঠিনে মিলি জগত সৃজন,
সুখ শান্তি দুয়োৰে মিলন ;
বিশ্ব প্ৰেম সাগৰত উঠি মহা ঢউ,
কৰি আছে শান্তি অনুস্থান।

( ৮ )

বিষত অমৃত আছে, অমৃতত বিষ,
বাঁচি লই কৰিবা গ্ৰহণ ;
যদিও ভ্ৰমত পৰি কৰা তাক পান,
মিলনত লভিবা কল্যাণ ।

( ৯ )

যদিও জগত দেখা হাই উকমীয়া,
অশান্তিত মগ্ন অনিবাৰ ;
কিন্তু তাতো বই আছে পৰম পিতাৰ,
প্ৰেম-জুৰী বিশ্ব কৰুণাৰ ।

—*—

গুৱাহাটী ।
২৪।৯।২৬ ইং

# শৰৎ।

—*—

বিশ্ব গড়োতাৰ এই সৌন্দৰ্য্যৰ খনি,
আহা কেনে ৰূপৰ মিলন ;
পুষ্পে ভৰা উপবন উদ্যান কানন,
প্ৰেমে ভৰা সুনীল গগন।

যেই দিনে চাওঁ আহা ! সকলো সুন্দৰ
মনোমোহা দৃশ্যাৱলী যত ;
বিচিত্ৰ সংসাৰ পট বাজে সম্মুখত,
প্ৰেমানন্দে নাচিছে জগত।

শৰতৰ মনোৰমা উদ্যানৰ ফুল,
শত ধাৰে সৌৰভ বিলায় ;
গছ-লতা-বিলাকৰ সেউজীয়া পাতে,
হালি জালি জেউতি চৰায়।

## পূর্ণিমা

বননিৰ পশু-পখী বিবিধ প্ৰাণীয়ে,
লভিছেহি নৱ জাগৰণ ;
কঠোৰ বাৰিষা কষ্ট পাহৰি সকলো,
উলাসেৰে কৰিছে ভ্ৰমণ ।

ক্ষুদ্ৰ পোক পৰুৱাদি শক্যহীন প্ৰাণী,
সকলোৱে আনন্দ মগন ;
মিলি-জুলি প্ৰীতি ভাবে গাই বিভুগান,
শৰতক কৰে আবাহন ।

আকাশত নাই আৰু মেঘৰ আকাৰ,
বাৰিষাৰ ভীম গাজৰণী ;
হৃদয় চমকি উঠা স্বৰ্গীয় পোহৰ,
বিজুলীৰ দিব্য চমকণি ।

উজ্জ্বল বৰণে গ্ৰহ ; চন্দ্ৰ-সূৰ্য্য তৰা,
বিতৰিছে নিৰ্ম্মল কিৰণ ;
সৰিৎ সাগৰ আৰু উদ্যান কানন,
নৱ দৃশ্য কৰিছে ধাৰণ ।

বিবিধ শস্যেৰে ভৰা শ্যামল ধৰণী,
ধাননিৰে ওপচা পথাৰ ;
মলয়া বায়ুত নাচে নানা উলাসত,
মিৰ্হি-মিহা সৰু পাত বোৰ ।

পুৰ্ব্বাৰ মলয়া আৰু সান্ধ্য সমীৰণে,
মিহলাই বিবিধ বৰণ ;
গছ-লতা-বিলাকৰ প্ৰতি শিৰে শিৰে,
লগাইছে নতুন ৰহণ ।



বৰপেটা ।
১০।১০।২৫ ইং



# লাচিত ফুকন।

—*—

বীৰৰ আদৰ্শ তুমি অসম প্ৰতিভা,
স্বজাতিৰ গৌৰৱৰ ধন ;
গৌৰৱ ৰবিৰ ঢালি পবিত্ৰ কিৰণ,
সাধিছিলা দেশৰ কল্যাণ।

স্বাধীনতা ৰক্ষা হেতু প্ৰবল প্ৰতাপে,
ৰণ মদে উন্মাদিত হই ;
জয়োল্লাসে নাচিছিলা সমৰ ক্ষেত্ৰত,
শাণিত কৃপান হাতে লই।

অসীম বিক্ৰমশালী মোগল বাহিনী,
যাৰ নাই—' খ্যাতিৰ তুলনা ;
বজাই সমৰ ঢাক্ বিজয় উল্লাসে,
কৰিছিল আধি'ত্য ঘোষণা।

সমগ্ৰ ভাৰতবৰ্ষ আলোৰিত হই,
কঁপিছিল কৰি তল্‌মল্ ;
স্বাধীনতা শিৰোমণি সকলো ৰাজ্যৰ,
সগৌৰৱে জিনিলে মোগল।

অঙ্গ-বঙ্গ-সিন্ধুদেশ, কাশ্মিৰ পঞ্জাৱ,
মালৱা-মেৱাৰ-গুজৰাট ;
কলিঙ্গ বিদাৰ আদি বিহাৰ উড়িষ্যা,
সকলোৱে হ'ল পদানত ।

ভাৰতৰ এচুকত অসম প্ৰদেশ,
পিন্ধি স্বাধীনতা অলঙ্কাৰ ;
মধ্যাহ্ন সূৰ্য্যৰ দৰে প্ৰকাশি গৌৰৱ,
জ্বলিছিল কৃপাত তোমাৰ ।

মহান্ পুৰুষ তুমি, দেশৰ গৌৰৱ,
জননীৰ চেনেহৰ ধন ;
দেশ ৰক্ষা হেতু কাটি শিৰ মাতুলৰ,
দেখুৱালা দৃষ্টান্ত মহান ।

শুনালা উৎসাহ বাণী স্বদেশ বাসীক,
ৰণ-ডঙ্কা বজাই দেশত ;
"স্বাধীন আমাৰ দেশ, অসম স্বাধীন,
—আহা যাওঁ যুঁজো সমৰত ।"

"চোৰাঁ সৌ শত্রুসিংহ ভুৱাৰ-ডলিত,
বীৰ দৰ্পে অস্ত্ৰ-সস্ত্ৰ ধৰি ,
বিজয় নিনাদ তুলি গৰ্জ্জিব ধৰিছে,
বিভৎস তাণ্ডৱ নৃত্য কৰি ।"

"—শুনা আক মহানাদে উঠিছে নিনাদ,
তল্‌মল্ কৰি ধৰাতল ;
—নাশিলে আমাৰ দেশ হৰি স্বাধীনতা,
ভয়ঙ্কৰ তুলি মহা ৰোল ।"

"বীৰ প্ৰসবিনী এই অসম জননী,
আছে 'দেৱী' সহায় আগত ;
স্বাধীন ! স্বাধীন আমি, অসম স্বাধীন,
—আহা যাওঁ যুদ্ধো সমৰত !"

ধন্য তুমি মহাবীৰ স্বদেশ প্ৰেমিক,
অসমৰ গৌৰৱ-ভূষণ ;
সমৰ সজ্জিত কৰি অসমীয়া সেনা,
বীৰ কীৰ্ত্তি কৰিলা ঘোষণ ।

বীৰ দৰ্পে নাচি তুমি, বীৰ সমৰত,
দেখুৱাই বিক্ৰম তোমাৰ ;
শৰাই ঘাটত তুমি, সগৰ্ব্বে দলিলা,
বীৰ শক্তি আ'ৰঙ্গ জেবৰ ।

শৌৰ্য্য বীৰ্য্য দেখি তয়ু সমৰ কৌশল,
ৰাম সিংহ বীৰ ৰাজপুত ;—
মুক্ত কণ্ঠে প্ৰশংসিলে সুযশ তোমাৰ,
মোগলৰ দীপ্তি "দৰ্ব্বাৰত ।"

কিন্তু হায় ! মুখত নোলায় দেহি মাত,
ৰচিবলৈ লেখনী নচলে ;
মৰ্ম্ম ভেদি হাহাকাৰ উঠে হৃদয়ত,
'—' সেই কথা এবাৰ ভাবিলে

শত্ৰুৰ তেজেৰে কৰি ৰাঙলি 'ইদেশ,
স্বাধীনতা সুবৰ্ণৰ হাৰ ;
পিন্ধালা সাদৰে তুমি, মাতৃৰ ডিঙিত,
জিনি আহি ভীষণ সমৰ ।

'ই ঠাইতে বান-ভগ আদি নৃপবৰে,
শাসিছিল অসণ্ড প্ৰতাপে ;
শিল্প আৰু ক্ষমতাৰ কীৰ্ত্তি দেখুৱাই,
জগতত বঞ্চিলে স্বৰূপে।

ঋষিৰ আশ্ৰম-স্থান ধৰ্ম্মাৰণ্য এই,
মহা মহা মুনিৰ নিবাস ;
বেদ-মন্ত্ৰে ঝঙ্কাৰিত যি ঠাই এদিন,
নাই তাত বেদৰ বিন্যাস।

সেই ঋষি, সেই বীৰ সকলোৱে গ'ল,
আছে মাথো লুপ্ত সঞ্জীৱনী,
পৰ্ব্বতে পাহাৰে ভৰা অতীত কীৰিতি,
প্ৰকৃতিৰ ৰম্য ছবি খনি।

বাৰ পূজা কৰি বলৈ নাই মন্ত্ৰ বল,
তোমা হেন বীৰ পুৰুষৰ ;
শোকে তাপে জৰ্জ্জৰিত অসম সন্তান,
ভুলি গই কৰ্ত্তব্য নিজৰ।

কিন্তু আজি নোহে এই শোকৰ সময়,
নৱ বলে হোৱা আগুৱান্ ;
জাগিছে সকলো চোৱাঁ পূৰ্ণ শক্তি লই,
স্থাপিবলৈ বিশ্বৰ কল্যাণ ।

মোহ নিদ্ৰা পৰি হৰি, আত্মা অভিমান,
ভাতৃভাবে কৰি আলিঙ্গন ;
দলে দলে আগুওৱা বীৰবেশে সাজি,
সমস্বৰে গাই জয় গান ।

কৰ্ম্ম আভৰণে সাজি ওলোৱা সকলে,
ঈশ্বৰক কৰি প্ৰণিপাত ,
ধৰ্ম্মৰ পতাকা তুলি বিজয় উল্লাসে,
জয় ডঙ্কা বজোৱা দেশত ।

—*—

গুৱাহাটী স্কুল হোষ্টেল
২০।১।২৭ ইং

# আবাহন।



আহা আজি, আহা সৱে,
হৰিষ মনেৰে ,
মাতিছোঁ আপোনা লোকক,
বৰ আগ্ৰ হেৰে ।
আহিলে আনন্দ পাওঁ,
ক্ষুদ্ৰ জীৱনত ;
নাহিলে বেজাৰ পাওঁ,
অভাগা মনত ।
মাতি ছোঁযে ইয়া লই,
আপোনা লোকক ;
আছে এটি মুল-মন্ত্ৰ,
উদ্দেশ্য সাধক ।
নোৱাৰে একজনে কোনো,
সাধিব 'ই কাম ;
লাগে তাত একতাৰ,
অসীম উদ্যম ।

না নিলে একতা ভাব,
সবাৰো মনত ;
—সকলো মহত আশা,
লুকাব প্ৰাণত ।
দিয়ে যদি সকলেৰে,
একতাত বল ;
একতাৰ দ্বাৰা পাৰি
কৰিব সফল ।
নৱ বলে, নৱোল্লাসে
হই উচাটন ;
নবীন উৎসাহে যদি
হয় আগুৱান ।
সাধিবলৈ জীৱনৰ,
উদ্দেশ্য মহান,—
অৱশ্যে কৰিব পাৰি,
দেশৰ কল্যাণ ।
এতে কতে আশা কৰোঁ
সকলোৰে যেন ;
মহা মন্ত্ৰ উদগাই
হই এক প্ৰাণ ;

হিংসা, নিন্দা, কুটিলতা,
সমাজ লঙ্ঘন ;
দুৰ্ব্বল পীড়ন আৰু
অকৰ্ম্ম সাধন,—
মহা প্ৰাণ তাৰে মিলি,
একতাৰ দ্বাৰা ;
দূৰ কৰি দিয়ে যেন,
—হৃদয়ৰ পৰা।
নিৰ্ম্মল জ্ঞানেৰে ধুই,
পবিত্ৰ আতমা ;
বীৰ বেশে গায় যেন
বীৰত্ব গৰিমা।
উদ্দেশ্য নহয় অল্প,
মাথো "ক্ষুদ্ৰ অতি ;"
সাধে যেন সকলোৱে,
—"দেশৰ উন্নতি—"
নকৰি নিৰাশ মন,
ন'হই হতাশ ;
নৱ তেজে কৰে যেন
বীৰত্ব প্ৰকাশ।

ধর্ম্মৰ পতাকা তুলি,
দুন্দুভি বজাই ;
বিজয় বায়ুত যেন
আনন্দে উৰায় ।
এই বাবে সকলোকে
আজি ইয়ালই ;
হেপা হেৰে মাতি চৌহি
যোগ দিব লই ।
আহি যেন সকলোৱে
কৰি উপবেশ ;
বিমল আনন্দ কৰি,
কৰে সভা শেষ ।
পৰি শেষে অনুৰোধ,
আপোনা লোকত ;
নহয় বিতুষ্ট যেন,
'ই ব্যৱহাৰত ।

—*—

৺চন্দ্ৰনাথ শৰ্ম্মাৰ সভা পতিত্বত পঠিত,
ভৱানীপুৰ ১৯১৭ চন ।

# পূৰ্ণিমা।

—✻—

( ১ )

নিশাৰ তিমিৰ ঠেলি,
পবিত্র কিৰণ ঢালি,
কোন তুমি উজ্জ্বল আত্মা;
হাঁহিছা স্বৰ্গৰ পৰা,
উল্লাসিত কৰি ধৰা,
পৰকাশি বিভুৰ মহিমা।

( ২ )

উঠিছে সকলো ৰাজি,
পবিত্র পৰশে আজি,
স্বৰ্গ-মৰ্ত্ত্য-সাগৰ-কানন;
দিগন্ত বিয়পি পৰি,
ৰূপালী জেউতি চৰি,
নৱোল্লাসে হাঁহিছে ভুৱন।

( ৩ )

প্ৰকৃতিৰ লীলা ভূমি,
নিকুঞ্জ কানন চুমি,
ধীৰে ধীৰে বইছে মলয়া ;
ৰূপৰ সফুৰা খুলি,
প্ৰেমৰ আজলি ঢালি,
বৰষিছে শীতল অমিয়া ।

( ৪ )

আহা ! কি সুখৰ নিশা,
আনন্দৰ সুধা মাখা,
উমি উমি সবাতো ফুটিছে ;
ৰূপৰ চেলেঙ উৰি,
ৰমক্ জমক্ কৰি,
ভেঁটকলি হাঁহিটি মাৰিছে ;

( ৫ )

আপোন বৰণ চাই,
আপুনি বিমোৰ হই,
টিপিছনী জোনাকী পৰুৱা
লাজত আৱল হই,
নেদেখা ৰূপটী লই
বিষাদিত নিশাৰ নটুৱা ।

PLEASE HANDLE THE BOOK CAREFULLY.



( ৬ )

সুনীল গগন মাজে,
মধুৰ মিলন সাজে,
বিৰাজিত তাৰকা মণ্ডলী ;
ইটিয়ে সিটিক চাই,
মধুৰ বাঁহীটী বাই,
প্রেমেৰে কৰিছে গলাগলি।

( ৭ )

চোৱা কেনে সুবিমল,
সুবাসিত পৰিমল,
মিহলিছে প্রতি ফুলে ফুলে ;
নদন-বদন ধৰা,
শ্যামল ঘাঁহনি দৰা,
লৰি আছে কৰি 'হেলে দুলে'।

( ৮ )

আনন্দে উটিছে দেশ,
বিষাদৰ নাই লেশ,
নাই কতো বিকট আন্ধাৰ ;
যেনি চাওঁ দেখা পাওঁ,
দেখি বিমোহিত হওঁ,
প্রেম-মূর্ত্তি বিশ্ব কৰুণাৰ।

( ৯ )

ৰজনী গভীৰ হ'ল,
কলৰৱ মাৰ গ'ল,
নিদ্ৰা দেৱী আহি দেখা দিলে ;
—'সংসাৰ জঞ্জাল থেলি,
আপোন কোলাত তুলি,
সকলোকে শান্তি ছাঁয়া দিলে।

( ১০ )

নীৰলে নিশাত বহি,
কল্পনা সোঁতত ভাঁহি,
গৈ আছোঁ জলধি মাজত,—
চিন্তাৰ তুফানে পাই,
দিগ বহিস্ত শুমুৱাই,
পেলালেহি ঘোৰ এন্ধাৰত।

( ১১ )

সৰ্ব্ব জ্যোতিৰ্ম্ময় তুমি,
বিপদ পতিত আমি,
কৰা প্ৰভু! জ্ঞান জ্যোতিদান ;
অন্ধকাৰ নাশ কৰি,
প্ৰতিবিম্ব কৰা হৰি,
জ্ঞানৰূপে হৃদয় দাপোন।

( ১২ )

তোমার কৃপাতে হয়,
দশোদিশ শোভাময়,
বিরাজিত অনন্ত মহিমা ;
মোহ অন্ধকার নাশি,
উজলোরা জ্ঞান শশী,
পূর্ণ হোক জীবন পূর্ণিমা।

—*—

সকপেটা।
২৯ ফাগুণ, দোলযাত্রা।

# প্ৰীতি-সঙ্গীত।

—*—

আজি, অৰুণ পৰশে ভাৰত জননী,
অপূৰ্ব্ব ৰঙ্গেৰে জ্বলিছে ;
কুঁহু কুঁহু ৰৱে বিবিধ বিহগে,
অতীত গৰিমা গাইছে।

কাননে কাননে সৌৰভিত ফুল,
ফুলিছে বিবিধ বৰণে ;
অতীত গৰিমা গাইছে তটিনী,
নৱযুগৰ জাগৰণে।

ললিত লয়নে সুশীতল বায়ু,
ধীৰে ধীৰে বয় কাননে ;
বিবিধ ফুলৰ সৌৰভ বিলায়,
পূজিছে বিভূৰ চৰণে।

## পূর্ণিমা

জাগিছে ধৰণী, জাগিছে জগত,
নবীন উদ্যম আলোকে ;
সমাৰোহে এবে, উঠা সকলোৱে ;
প্ৰকাশা কীৰিতি ভূলোকে ।

চোৱাঁ শিতানত গিৰি হিমাচল,
শোভে ভাৰত জননীৰ ;
যুগল চৰণ ধুইছে সলিলে,
পীত-অম্বৰা জননীৰ ।

পূবত অৰুণ উদয়ৰ ৰশ্মি,
প্ৰকাশে মহিমা যাৰ ;
পছিমত দিয়ে প্ৰীতিৰ লহৰি,
দিগন্ত বিয়পি তাৰ ।

চোৱাঁ আকাশত তৰাৰ থুপিয়ে,
প্ৰীতি-গীত গাই কইছে ;
"উঠাহে ভাৰত ভাঙ্গা নিদ্ৰাঘোৰ,
জাগিবৰ কাল পৰিছে ।"

পূর্ণিমা

পর্ব্বতে পাহাৰে নদনদী বোৰে,
প্ৰীতি সঙ্গীত সঞ্জীৱনী ;
মহা উল্লাসত কৰিছে ঘোষণা,
ভীষ্ম-ভীমাৰ্জ্জুন কাহিনী ।

হব পাৰে চিৰ ভ্ৰাতৃৰ স্নেহৰ,
অক্ষয় কীৰ্ত্তিৰ প্ৰসূতি ;
ব্যাস-বাল্মীকি আজিও ওলাব,
চিৰ কবিত্বৰ মূৰতি ।

আহিব এদিন,—যি দিনা বইব,
লোহিত-গঙ্গা-সিন্ধুৰ দৰে ;
প্ৰতি প্ৰাণে প্ৰাণে প্ৰীতিৰ নিজৰা,
স্বদেশ হেতু উদ্যমেৰে ।

—✱—

[ গুৱাহাটী ভৰলু নৈপাৰত ]
৫।৩।২৭ ইং

# শঙ্কৰ মাধৱ ।

—*—

সুন্দৰ জেউতি আজি অসম পুঙ্গৱ,
জ্বলিছে কি দৰে চোৱাঁ শঙ্কৰ মাধৱ ।
চোৱাঁ হেৰা অসমীয়া জ্ঞান-চকু মেলি,
প্ৰতি ঘৰে ঘৰে চোৱাঁ আছে ফুলি ফুলি ।
শঙ্কৰ মাধৱ আজি বিশ্ব-অসমত,
মহাত্মা পুঙ্গৱ চোৱা সাধনা বলত ।
চোৱাঁ আজি কেনে শোভা অতুল প্ৰকৃতি,
পিন্ধিছে অসম-মাতৃ স্বৰ্ণৰ কীৰিতি ।
পৰিছে স্বৰ্গীয় ৰশ্মি বিয়পি ভুৱন,
দেখি আহা ! আনন্দত নাচি উঠে মন ।

যি শঙ্কৰ—'* ধৰে এই জোগালে অসম,
সি দুজনা ঈশ্বৰাংশ দেৱতা পৰম ।
ঘনিষ্ঠ কৰিলে আহা, অভিজ্ঞতা বলে,
উদ্রেক আধ্যাত্মি' মাথো জন্মভূমি থলে ।

---

* মাধৱ

# পূর্ণিমা

ৰিণি ৰিণি বতাহৰ সুৰ্ সুৰ ধ্বনি,
গিৰিয়েজৰনা জুৰি মাতিছে আপুনি।
গছে গছে নানাবিধ অপূৰ্ব্ব লহৰি,
গাইছে বিবিধ সুৰে পঞ্চমত ধৰি।
বনে বনে নানা জন্তু পাৰে নিজ ৰাৱ,
শঙ্কৰ মাধৱ লীলা আনন্দৰ ভাৱ।
আনন্দে ভৰালে আহা! আসাম প্ৰদেশ,
পৰম সাধনা ৰূপ, মহাত্মাৰ বেশ।
বান্ধিলে ধৰ্ম্মৰ দৌল ভবৌষধী কৰি,
বিচিত্ৰ ৰঙ্গেৰে চোৱাঁ সজা কাৰি কৰি।
নানা শাস্ত্ৰ-ধৰ্ম্মমত লই বাঁচি বাঁচি,
প্ৰচাৰিলে সাৰ ধৰ্ম্ম নানা শাস্ত্ৰ ৰচি।
ধৰ্ম্মৰ সাগৰ মথি, গন্তব্যৰ গতি,
উলিয়ালে 'ৰত্নমালা' ধৰ্ম্মৰ মূৰতি।
যিহৰ বলত আজি অসম সন্তানে,
ৰাখিছে অটুট কীৰ্ত্তি প্ৰকাশি ভুৱনে।
ধৰ্ম্মৰ পতাকা লই অসম-সন্তান;
সাধিব এদিন পুনু দেশৰ কল্যাণ।
শঙ্কৰ-মাধৱ নাম তুলে মূলে চিতি,
জ্বলাব এদিন আৰু গৌৰৱৰ বাতি।

কৰিব অশেষ কৰ্ম্ম সুকীৰ্ত্তি সাদৰী,
মহা কৰ্ম্মী দুজনাৰ পথ অনুসৰি।
তিতাব শুকান ধৰা, পবিত্ৰ সলিলে ;
গুজিব ধৰ্ম্মৰ বীজ মহামন্ত্ৰ বলে।
—ধৰ্ম্মপুলি বিভূৰসে হই ৰসান্বিত,
ফুলিব ভক্তিৰ ফুল,—বিশ্ব-ফুললিত।

হে ঈশ্বৰ ! জয় ! জয় !! মহিমা তোমাৰ,
কোনে পায় গূঢ় তব অসীম লীলাৰ।
জয় ! জয় !! নৰৰূপী শঙ্কৰ—মাধৱ ;
জয় ! জয় !! অসমৰ পৰম বান্ধৱ।
তোমাৰ কৃপাতে আজি অসম সন্তানে,
পৰিচিত পৃথিবীৰ সাহিত্য গগনে।
বিপুল বিপদে আৰু সংসাৰ পাকত ;
জন্মভূমি অসমক ৰাখিছা সতত।
ফুলাইছা জ্ঞান ফুল জীৰ্ণ অসমত,
ৰাখিছা অসীম কীৰ্ত্তি বসুৰ বুকত।
নাজানো ধৰম নীতি, সুমদি ভকতি ;
তাৎপৰ্য্যে মিলে হায় ! ইহেন দুৰ্গতি।

## পূৰ্ণিমা

প্ৰণিপাত কৰো প্ৰভু, যুগল চৰণে,
শান্তিৰ কিৰণি দেৱ, সংসাৰ তপনে।
কি আছে, কি দিম প্ৰভু, ভক্তি—উপহাৰ ;
নাই কোনো স্বৰ্ণহাৰ দিব' উপহাৰ।
শঙ্কৰ-মাধৱ ৰূপে মোহিছা জগত,
বৈষ্ণৱ-ধৰ্ম্মৰ ৰশ্মি প্ৰকাশি দেশত।
চিৰকাল আৰোহিছা বিশ্ব-জগতত,
—তুমিয়ে জগত পূজ্য দেৱ ভগৱত।

কিবা পুণ্য ফলে দেৱী অসম জননী,
স্বৰ্গাদপি গৰিয়সী প্ৰকৃতিৰ ৰাণী ;
—এক্ষাৰত চকু-মুদি স্বৰ্গীয় ৰতন,
কোলা তুলি সাদৰে কৰিলে সম্ভাষণ।
সন্তানৰ প্ৰেমী-জল বাক্য সাগৰত ;
হৰিষ মনেৰে স্নান কৰিছিল তাত।
—শান্তি জৰণাৰ আনি অমৃতৰ পানী,
তাৰ দ্বাৰা তৃষ্ণা দূৰ কৰিলে জননী।

কিন্তু হায় ! কাল পূৰ্ণ, কালান্তক যমে ;
কাঢ়ি নিলে সেই ৰত্ন নিয়তিৰ সমে ।
সেই শোকে দাবানল জ্বলিছে সঘনে,
সেই শোকে মূৰ্চ্ছা আছি অসম সন্তানে ;
সেই শোকে শোকাকিনী অসম জননী,
সেই শোকে বিদৰিছে ধৰ্ম্মৰ কাহিনী ।

—※—

পলবাড়া গঙ্গাৰাম হলত শ্ৰীযুত প্ৰতাপচন্দ্ৰ গোস্বামী দেৱৰ সভাপতিত্বত পঠিত ১৯২৩ চন।

# শোক-সঙ্গীত

—*—

( ১ )

সকলোৱে আজি, হাঁহিছে উলাসে,
কান্দিছোঁ মাথোঁ হে মই,
নিৰাশ প্ৰাণত বইছে সঘনে,
চিন্তাৰ প্ৰবল নই।

( ২ )

ইকি! ইকি! চোৱাঁ ডুবিব ধৰিছে,
প্ৰাণৰ উলাহ ৰবি;
সপোন সচিত দেখোঁ সকলোতে,
চিন্তাৰ ভীষণ ছবি।

( ৩ )

শূন্য গগনত নবীন আলোকে,
আলোকিত কৰি ধৰা;
উদিছে উলাসে আনন্দৰ জোন,
ভুবন মোহিত কৰা।

( ৪ )

লগে লগে আজু আনন্দ মনেৰে,
হাঁহিছে তৰাৰ থুপি ;
শোক কুণ্ড মাজে আছোঁ মাথো ৰই,
চিন্তাৰ অনল জ্বাপি ।

( ৫ )

বছৰৰ শেষে গছ গছলিয়ে
সুফল প্ৰদান কৰি ;
শোভে ধৰণীত নৱীন শোভাৰে
নৱনৱ পত্ৰ ধৰি ।

( ৬ )

খেতিৰ ফসল কাটি খেতিয়কে,
বান্ধিছে শস্যৰ গোৰ ;
শ্ৰম অনুসৰি লভি তাৰ ফল,
পাইছে আনন্দঘোৰ ।

( ৭ )

সকলো শ্ৰেণীতে সকলো ল'ৰাই,
নতুন কিতাপ লই ;
নৱ উলাসেৰে পঢ়িব ধৰিছে,
ওপৰত খাপত গই ।

( ৮ )

সকলোৰে আজি হাঁহিছে উলাসে,
কান্দিছোঁ মাথোঁহে মই ;
নিৰাশ প্ৰাণত বইছে সঘনে,
চিন্তাৰ প্ৰবল নই।

( ৯ )

শোক-সাগৰত মিলি সেই নই,
তুলিছে দুঃখৰ ঢউ ;
হায় ! হায় !! মই কূল পোৱা নাই,
উটিছোঁ বুৰিছো সউ।

( ১০ )

আশাৰ বিচিত্ৰ ছবি আঁকি লই,
ভাবিছিলোঁ মনে মনে
জীৱন ব্ৰতত মহাব্ৰতী হই,
পালিম বুলি প্ৰাণ পণে।

( ১১ )

কিন্তু আজি কিয়, অকস্মাৎ হায় !
ব্ৰত শূন্য যেন হই ;
জীৱনৰ লক্ষ্য ভীষণ শোকত,
বিচলিত হই যায়।

( ১২ )

সকলোৰে আজি হাঁহিছে উলাসে,
কান্দিছো মাথো হে মই ;
নিৰাশ প্ৰাণত বইছে সঘনে
চিন্তাৰ প্ৰবল নই।

—*—

## ৺চন্দ্ৰনাথ শৰ্ম্মা।

—*—

সংসাৰ ধুমুহা বইছে সদায়,
অনন্ত কালেৰে পৰা ;
বিচিত্ৰ ঢউত, অনন্ত আতমা,
ভাহিছে অনন্ত ধৰা।

কত চাপেকিৰে, বিবিধ প্ৰকাৰে,
প্ৰকৃতি পুৰুষ মিলি ;
বিবিধ ৰহণে সাজিছে জগত,
অসীম ব্ৰহ্মাণ্ড বিলি।

প্ৰতি আত্মা প্ৰতি অদৃশ্য শক্তিৰে,
সংসাৰ মিলন ছবি ;
আঁকিছে সংসাৰ পটত সবাকো,
—'কিৰণ প্ৰভাত ৰবি'—

সেই শকতিতে তুমিও এদিন,
আঁকনী তুলিব দ্বাৰা ;
বিচিত্র গুণেৰে আলঙ্কৃত হই,
শোভিছিলা এই ধৰা ।

উদিছিলা তুমি অসম দেশত,
সুকৰ্ম্ম সাধন গুণে ;
—পবিত্র নামৰ নিৰ্ম্মল চাপেকি,
পৰে আছি ঘৰে ঘৰে ।

তুমি চন্দ্রনাথ, তোমাৰ উদ্যোগে,
'ছাত্র-সম্মিলন' এই ;
মহা স্থাপনাত বিৰাজিছে আজি,
সুযশ কীৰিতি লই ।

আৰু বহুবাৰ 'মিলন-মাধুৰী',
জাতীয় সমস্যা লই ;
নতুন উৎসাহে উৎসাহিত হই,
আনিলা সুপথ লই ।

দুখীয়াৰ হেতু কান্দিছিলা তুমি,
আপোন পাহৰি গই
স্বদেশৰ হেতু উছৰ্গিলা প্ৰাণ ;
নিঃস্বাৰ্থ প্ৰেমিক হই ।

ধন্য চন্দ্ৰ তুমি, সুকৰ্ম্ম তোমাৰ,
আজিও অসমে স্মৰে ;
কৰ্ম্মবীৰ তুমি, বীৰ-কৰ্ম্ম সাধি,
বিৰাজিছা স্তৰে স্তৰে ।

—কিন্তু, অকস্মাৎ, সংসাৰ ধুমুহা,
কৰবাৰ পৰা বই ;
অকালতে আত্মা উৰাই নিলেহি,
পঞ্চাকাৰ দেহা থই ।

যিজনে আঁকিলে, সিজনে মচিলে,
সংসাৰ পটৰ পৰা ;
—নশ্বৰ দেহাৰ অবিনাশী আত্মা,
—অনন্ত মায়াৰে ভৰা ।

যোৱা কৰ্ম্ম বীৰ, সেই মায়া ভেদি,
আনন্দ ধামলৈ উৰি ;
গাব অসমত তোমাৰ সুকীৰ্ত্তি,
সমস্বৰে তান ধৰি ।



ভৱানীপুৰ ।
১৯২৩ চন ।



# খট্ খটি।

—*—

নাজানো কিয়বা আজি, পাপ অন্তৰত,
চমকিলে দিব্যজ্যোতি জ্ঞান;
নিৰ্ম্মল শান্তিৰে ভৰা দেখোঁ কেউপিনে,
অপূৰ্ব্ব ভাবৰ প্ৰতিদান।

বইছে নীৰৱে যেন সৰগৰ পৰা,
জুৰি এটী কুলু কুলু ৰৱে;
ধুইছে হিয়াৰ মলি, পবিত্ৰ জলেৰে,
—উপচি পৰিছে আজি সৱে।

চোৱাঁ আজি, কেনে চোৱাঁ আনন্দ মিলন,
জয়-শঙ্খ-ধ্বনিছে দূৰত;
বইছে মলয়া ধীৰে, গাইছে পখীয়ে,
ছেওঁ ধৰি পঞ্চম সুৰত।

## পূৰ্ণিমা

বাঢ়িছে সৰিৎ চোৰ্ঁা, নাচিছে ডাৱৰে,
ধেৰেকণী মাৰি ঘনে ঘনে ,
পানীৰে হইছে পূৰ, নদ-নদী যত,
খট্‌খটি পূৰ্ণ তাৰ সমে ।

একোখনি সুবিচিত্ৰ খেল নাওঁ লই,
গাই নানা ঈশ্বৰ মহিমা ;
আহিছে খেলাৰ হেতু কৰম-ক্ষেত্ৰক,
বান্ধি লই নিৰুপিত সীমা ।

আনন্দত নাই পাৰ যাত্ৰী সকলৰ,
দেখি খেলা মহা প্ৰস্থানৰ ;
মাজে মাজে একোবাৰ গাই বিভুগীত,
ঢউ তোলে মহা আনন্দৰ ।

এনে হেন দৃশ্য দেখি বলিয়া কবিয়ে,
নোৱাৰে থাকিব থিৰে কদা ,
অনন্ত বিশ্বৰ খেলা ভাবি মনে মনে,
বিশ্ব প্ৰেমে হলো তাতে ভোদা ।

মহান জলধি মাজে ময়ো যেন নামি,
খেলাব ধৰিছোঁ খেল-নাওঁ ;
কত হাৰোঁ, কতজিকোঁ, নাই লেখ জোখ,
অস্তিমত বিশ্বে লীন যাওঁ।

—*—

বৰপেটা খটুথটি নদীৰ পাৰত
৩ ভাদ—১৩৩১ চন।

PLEASE HANDLE THE BOOK CAREFULLY.

# প্ৰীতি-উপহাৰ ।

—*—

( ১ )

হৃদয়ৰ ছবি তুমি, ভাষা নাই মোৰ,
প্ৰকাশিব' অন্তৰৰ কথা ;—
সপোন সচিত তব প্ৰেম ছবি খনি,
আতি দিয়ে হৃদয়ত ব্যথা ।

( ২ )

ভাল পাওঁ দেখি মই তোমাৰ ছবিটি,
ভাল পাওঁ ৰঙা মুখ খনি ;
মিচিকিয়া হাঁহি মাৰি মাতা যেবে আহি,
পমি যাওঁ আপোনা আপুনি ।

( ৩ )

গীতৰ লহৰি তোলা মুখ খনি চাই,
দুঃখ শোক সকলো পাহৰোঁ ;
মন তোমোৰাৰ সমে, কল্পনা পখিৰে,
উৰি উৰি তোমাক বিচাৰোঁ ।

( ৪ )

কিন্তু হায় ! দুঃখ লাগে, ভাঙ্গি'বলৈ মোৰ,

অন্তৰৰ অসীম বেদনা ;

ডালে ডালে উৰি কিয় ফুৰিছা মইনা,

কাক দিয়া নবীন চেতনা ?

( ৫ )

শুনিবানে, মোৰ এই প্ৰণয়ৰ কথা ?

—জনাবলৈ কৰিছোঁ বাসনা ;

বিষাদ মনেৰে যেন 'প্ৰীতি-উপহাৰ',

প্ৰলাপেৰে নকৰা ৰতনা ।

( ৬ )

আশা কৰোঁ এই মোৰ প্ৰীতি-উপহাৰ,

আনন্দেৰে কৰিবা গ্ৰহণ ;

বিলাস বাসনা আৰু প্ৰেম-প্ৰীতি দানে,

হেপাহেৰে কৰিবা পূৰণ ।

( ৭ )

বিভুৰ-মহিমা-গীত গাওঁ আহা দুয়ো,

প্ৰেমে প্ৰেমে কৰি আলিঙ্গন ;

অন্তহীন প্ৰেম-সিন্ধু হৃদয়ত লই,

ফুৰোঁ আহা বিজন কানন ।

গুৱাহাটী ।

১০।৩।২৭ ইং

—•—

# সংসাৰ-চিত্ৰ।

—*—

( ১ )

কিনো আজি কি বাবত, সংসাৰ বিচিত্ৰ পট,
আচম্বিতে আবেগত পৰিলে চকুত ;
শান্তি-দেৱী, সম-ৰতা, ৰঞ্জিতা সুশীল লতা,
নৱোল্লাসে গায় আজি আনন্দ সঙ্গীত।

তাতে যেন বীণাপাণি, বীণাৰ সুৰেৰে তানি,
পুলকিত কৰিছেহি উলাসী উষাক ;
সঞ্জীৱনী মন্ত্ৰ ধৰি, নতুন সূচনা কৰি,
বিচিত্ৰ সংসাৰ পট কৰিছে জায়ক।

বিজন কানন ভূমি, পৰিছে কুসুমে চুমি,
নানাৰূপ, বিশ্ব গঢ়ে, বিভূষি জগত ;
চামে চামে বিৰচিত, নানা সুৰে সুললিত,
ঘটস্তৰে উঠে বাজি হৃদয় মাজত।

( ২ )

অনাদি অনন্ত কাল, অসীম সংসাৰ,
কিযে অপৰূপময় দেখোঁ অনিবাৰ ;
পশু-পখী-গছ-লতা গহন কানন,
ৰবি-শশী ৰত্নময় সুনীল গগন ।
আহা কি সুন্দৰ এই অমিয়া জগত !
আনন্দে উপচি পৰে নিৰ্দ্দয় প্ৰাণত ।
ৰঙ্গা-বগা-সেউজীয়া নানা ৰ ৰণৰ,
অপূৰ্ব্ব লহৰি এই সংসাৰ পটৰ ।
আপোন কামনা কৰি প্ৰকাশি গৰিমা ;
গাইছে হৰিষ মনে ঈশ্বৰ মহিমা ।
বগা-কলা ডেউকাৰে উৰিছে জগত ;
অনন্ত বিশ্বৰ চিত্ৰ ৰাখি সম্মুখত ।

( ৩ )

নিৰ্ম্মল অন্তৰ, উজ্জ্বল আত মা,
গগন "গৰুড়ীয়া পক্ষী" ;
বিশ্বৰ মাজত, পুণ্য শোভা ধৰি
উলাসে মাৰিছে পাখি ।

'জগত-মোহিনী' তাতে আহি আক,
আমন জিমন কৰি ;
কুৱঁলী স্বৰূপে ঢাকিছে ধৰণী,
গহন মুৰতি ধৰি ।

আহা কি ধৰণী ! বিশ্ব-শোভাময়ী,
অসীম সৌন্দৰ্য্য লই ;
আজি চোৰাঁ কেৎন, ৰঙ্গ ৰূপহত,
নাচে আনন্দিত হই ।

( ৪ )

সুনীল গগন ৰবি
অপূৰ্ব্ব ৰঙ্গেৰে সাজি,
উঠিছেহি ৰাঙ্গলি ৰথত
সময় বাতৰি পাই,
বগিল চৰাই গই,
ধেমালি কৰিছে বিমানত ।

শুকুয গইছে অতি,
অমিয়া গহান ভাতি,
—মলয়াত জুঞুৰী বজায় ;

## পূৰ্ণিমা

ৰঙ্গিল পকৰা ঢাকি,
প্ৰেমৰ আঞ্জলি বাকি,
প্ৰেমানন্দে জগত ভুলায়।

আহা কি সৌন্দৰ্য্যময়,
অপৰূপ বিনিময়,
হে ঈশ্বৰ, তোমাৰ জগত!
কল্পনা' অতীত তুমি,
কি বুজিম লীলা স্বামী,
শোভাময় তুমি সংসাৰত।

—*—

ভৱানীপুৰ।
১৩২৯ চন।

# ফুল-ৰাণী ।



নৱ যৌৱনৰ কোন তুমি হেৰা,
  অপূৰ্ব্ব ৰূপৰ নাৰী ;
বিশ্ব উদ্যানৰ মাজত শোভিছা,
  বিচিত্র বৰণ ধৰি ।

সুন্দৰ গঠন মুখে মধু হাঁহি,
  প্রেমময়ী ৰূপ তব ;
দেখি সেইৰূপ, মোহ গই থাকো,
  পাহৰো তোমাতে সব ।

তোমাৰ সুগন্ধি সৌৰভত মোৰ,
  পমিছে'ই হিয়াখনি,
তোমাৰ ৰূপত মুগ্ধ আজি মই,
  সচাঁ কৈ ফুল-ৰাণি !

থাকিলোঁ হেতেঁন যদি দুয়ো মিলি,
প্ৰেম উদ্যানৰ মাজে ;
আনন্দত দুয়ো বুৰিলোঁ হেতেঁন,
নতুন প্ৰেমৰ সাজে।

গালো হয় দুয়ো, হৃদয় তন্ত্ৰীত,
পৰম পিতাৰ গুণ ;
যদিওৱা তুমি, হোৱা ফুল-ৰাণী,
—না পাহৰা' মোৰ ধুন।

—*—

বৰপেটা।
২।৬।২৪ ইং

# জীৱন-চিন্তা।



আছিলোঁ এদিন হাঁহি, জীৱন-সঙ্গীত গাহি,
দুঃখ-শোক নাভাবি প্ৰাণত ;
আছিলোঁ সুখেৰে আহা, সদয় অন্তৰে আৰু,
লীলা-মালা সুগুনি চিন্তাত।

সদায় আনন্দ লভি, ফুলনিৰ ফুল দেখি,
পাইছিলোঁ কতনাযে ৰঙ্গ ;
হায়! কাল হেৰুৱালো, চিন্তাত বিভোল হলোঁ,
শিশু সুখ হ'ল আজি সাঙ্গ।

দুৰ্ঘোৰ চিন্তাত আৰু, পশিলোঁ এতিয়া হায়!
চিন্তানল, চিন্তাৰ বিকাশ ;
বিপদে ধৰিলে গ্ৰাসি, সংসাৰ জালেৰে মোক,
ৰুদ্ধ কৰি জীৱন উলাস।

—ইপিনে বিষয়া মায়া, সংসাৰ জঞ্জাল তাতে,
কত ক্লেশ কত আন্দোলন ;
প্ৰবেশি দুৰ্জ্জয় ৰিপু, দুৰ্দ্দান্ত মনৰ সঙ্গে,
কত কি যে কৰে প্ৰলোভন।

আহে ঋতু, যায় মাস, কৰোঁ তাতে উপবাস,
জগতৰ বিনিময় কাম ;
বিপুল অকৰ্ম্ম সাধি, হায়! হায়!! নীচ-মতি,
হোৱা কিয় চিন্তাত বিষম।

'জন-জন্ম-নিৰ্ব্বাসন', কৰ্ম্ম-দণ্ড ফল ধৰি,
প্ৰচাৰিছে শাস্তি সংসাৰৰ,—
বিধাতা নিৰ্ম্মিত শাস্তি, বিষম বিপদ কিন্তু,
দেখি হায়! বিদৰে অন্তৰ।

সৃষ্টিৰ কৌশল গতি, প্ৰাণৰ সংহিতা কৰি,
অন্তৰৰ অনন্ত চিন্তাত,
হায়! হায়!! তাকে ভাবি, উদ্দেশ্য বিমোৰ হই,
চিৰজন্ম হয় কলুষিত।

## পূর্ণিমা

অনন্ত সংসাৰ এই,  অনিত্য জীৱন মাথোঁ,
এই আছে, এই নাই কায়া ;
ওলালে আতমা বাজ,  জীৱন মূৰ্ত্তিৰ পৰা,
—পখী সমে উৰি যায় ছাঁয়া ।

পঞ্চভূত, পঞ্চৰূপে,  অতীৱ স্নেহৰ দেহা,
জহি খহি হব ছাঁৰ্ খাৰ্ ;
বিশ্বৰ অদৃশ্য শক্তি,  বিশ্বতে হবহি লয়,
মতিচ্ছন্ন মায়াৰ বাজাৰ ।

অসীম পুণ্যৰ ফলে,  লভিছোঁ মানৱ জন্ম,
সাধিবলৈ জীৱন-কল্যাণ ;
কৰ্ত্তব্য বিৰোধী হই,  কিন্তু আজি হায় ! হায় !!
পাপে মজি হলোঁ অচেতন ।

হে প্ৰভো ! দীনবন্ধো !  দয়াৰ অপাৰ সিন্ধো,
এবে হায় ! নিৰাশ্ৰয় মই ;
কৰুণা বিতৰি হৰি,  দিয়া "শান্তি-ভব-তৰি",
পাৰ হওঁ "ভব-নদী" এই ।

—*—

ভৱানীপুৰ ।

২৬।৭।২১ ইং

# আদি তত্ব ।

—*—

—ফুলিল অমিয়া ফুল ঘোৰ এন্ধাৰত,<br>
শোভা দিয়ে বিমান পথত—<br>
সংসাৰ মলয়া-বায়ু অনন্ত প্ৰাণৰ,<br>
বাস কৰে নশ্ব শৰীৰত ।

সমুদ্ৰৰ উঠি ভাপ, মিলে আকাশত<br>
উষ্ম হয় চেতন সবিতা ;<br>
স্বকাৰ্য্য মূলতা কৰি প্ৰকৃতি সাঁচত,<br>
গঢ়িছে অদৃশ্য-প্ৰেম-আত্মা ।

—*—

ভৱানীপুৰ ।

১৩২৮ চন ।

# প্ৰকৃতি ।

( ১ )

অন্তৰী বিশ্বগুৰু, যিজনা পুৰুষে
সব জিলে এই ত্ৰিভুবন ;
সৌন্দৰ্য্য-শোভাৰ ছবি, খনিকৰ তেৰেঁ,
—বিধেবিধে কৰিছে সৃজন ।

( ২ )

ৰবি শশী সমিৰণ, তাৰকা মণ্ডলী
শোভে চোৱাঁ বিমান পথত ;
অপূৰ্ব্ব জেউতি ধৰি, নাচে আকাশত,
—'আৰু-কোটী'—নৰ উলাসত ।

( ৩ )

আহা ! কেনে মনলোভা অপূৰ্ব্ব মিলন,
আনন্দে উপচি পৰে হিয়া ;
দেখি এই প্ৰকৃতিৰ আশ্চৰ্য্য মহিমা,
তধা লাগি হওঁ বিমূঢ়ীয়া ।

( ৪ )

গহীন নিজৰা-জুৰি প্ৰকৃতিৰ সোঁত,

কুলু কুলু সুললিত মাত ;

প্ৰখৰ গতিৰে আহি নামিছে ভৈয়াম,—

—ভুবনমোহিনীৰূপ তাত ।

( ৫ )

অচল পৰ্ব্বত আৰু সৌন্দৰ্য্য উগাৰে,

হাঁহিছেহি প্ৰকৃতি বুকত ;

ৰূপালী কিৰীটি পিন্ধি, মনপ্ৰাণ হৰি,

টুকিছে চকুলো আনন্দত ।

( ৬ )

মৰুময়, বালিময়, প্ৰকৃতি সুন্দৰী,

দয়া—বাৰি ন বয় হিয়াত ;

সদায় পুৰিছে যাৰ অন্তৰ তপনে,

প্ৰকৃতিৰ মহা উত্থানত ।

( ৭ )

নশ্বৰ দেহাৰ মাজে প্ৰকৃতি-আতমা

যেন যুগে যুগুমীয়া হই ;

অনন্ত বিশ্বৰ সোঁত প্ৰকৃতি বন্ধনে,

আঁকিছে অনন্তকাল লই ।

—•—

ভৱানীপুৰ ।

১২।৬।২১

# ৮ আঁই।



নিচেই সৰুতে যেৰে আছিলোঁ নজনা
জানিছিলোঁ কৰিব কান্দোন ;
হাত ভৰি চকু কাণ নাক আৰু মুখ,
আকৃতি হে আছিল মাথোন।

ইন্দ্ৰিয়ৰ উৎপীড়না কিম্বা ৰিপুবল,
ঈৰ্ষা হিংসা নাছিল সমূলি ;
সংসাৰৰ মায়ামোহ শূন্য মনপ্ৰাণ,
ফুৰিছিলোঁ উমলি জামলি।

দিনৰ দিনটো থাকি নাচি বাগি কত
ভাই-ভনী মিলি একে জাপে ;
যেতিয়া মনত পৰে তোমাক হে আই।
লৰি যাওঁ তোমাৰ সমীপে।

## পূৰ্ণিমা

এদিন যেতিয়া মই, সেই সময়ত,
খেলা কৰি পুখুৰী পাৰত ;
সুন্দৰ পদুম দেখি, আনিবলই গৈ,
পৰিছিলোঁ অগাধ জলত ।

উৰি গ'ল পঞ্চভূত পঞ্চদেশ লই,
তেল মাথো ৰাখি পৃথিবীত ;
বেজাৰত হইছিলা, কান্দি লাল কাল,
ইষ্ট বন্ধু জ্ঞাতি একাদিত ।

কিন্তু আহা ! ঈশ্বৰৰ কৃপাকণা দানে,
পঞ্চভূত মিলিলে প্ৰাণত,
হেকৰা তোমাৰ পোনা আহিলে উভতি,
—বহু সুখ লভিলা মনত ।

কোলা তুলি তুমি আই ! কত চুমা খাই,
চেনেহত কৰিলা তাণ্ডৱ ;
চকুৰ আতৰ হলে ক্ষণে মাতি আনা,
আৰু জানো ঘটিব পোনাৰ ।

পূৰ্ণিমা

গধুলী বেতিয়া বেলি পশ্চিমৰ পিনে,
মাৰ যায় নীল সাগৰত ;
চেনেহি মাতেৰে মাতি কাষলই আনি,
ধুই মাখি নিছিলা কোলাত ।

"হাপো নাই, নাই" বুলি ভয় দেখুৱাই,
নানা চলে ভুলোৱা কথাত ;
টোপনি আহিলে পিছে বহু যতনেৰে,
ৰাখিছিলা শুৱাই শেযাত ।

উদিলে অৰুণ দেৱ পূব আকাশত,
কোলা কৰি নিছিলা বাহিৰে ;
মধুসনা কথা কই, স্নেহ মৰমেৰে,
ৰাখিছিলা হিয়াৰ ভিতৰে ।

কিন্তু হায়! অজ্ঞাততে সংসাৰ ধুমুহা
প্ৰখৰ গতিৰে আহি বই ;
পঞ্চভূতে সুসজ্জিত তব সজা থই,
প্ৰাণ পাখী নিলেহি উৰাই ।

## পূৰ্ণিমা

তব মৰা শৱ লই, ইষ্ট বন্ধু সৱে,
কান্দি—কাতি দুঃখ বেজাৰত ;
তোমাৰ সুন্দৰ দেহা জ্বলা জুই জাপি,
ভস্মকৰি দিলে শ্মশানত ।

যেতিয়া মৰিছা তুমি, নাই মোৰ জ্ঞান,
শুনো মাথো কান্দোনৰ বোল ;
আগ গুৰি নিবিছাৰি লগৰীয়া সমে,
ধেমালিত আছিলোঁ বিভোল ।

যেতিয়া মনত পৰি আহিলো ৰঙ্গেৰে,
'আই' বুলি নিলগতে মাতি ;
সকলোৱে কলে, "হেৰা ! মায়ে আৰু নাই'
কৰিছেহি সি পুৰি লৈ গতি ।

বহু বেলি নহা দেখি ধৰিলোঁ চিয়ঁৰ,
"আই মোকো নিয়াহি লগত ;"
সকলোৱে কলে পিছে, "আহিব এতিয়া,
লাক পিঠা লৈ মনোমত ।"

## পূৰ্ণিমা

কথা মানি নিতে নিতে পচুলী মুখত,
বাট চাই আছিলোঁ তোমাৰ ;
এদিন দুদিন কৰি বহু দিন গ'ল,
নেদেখিলোঁ তোমাক পুনৰ ।

তোমাৰ সি কথা মোৰ পৰিলে মনত,
হিয়া ভেদি উঠে হুমুনিয়া ;
মাতৃহীন হই কত লেপে জেপে খাই,
পিতৃয়ে কৰিলে দুপেতীয়া ;

কিন্তু হায় ! বিস্মৃতিৰ অতল গৰ্ভত,
প্ৰবেশিলে তোমাৰ আকৃতি ;
কল্পনাৰো বহুদূৰ চিন্তাৰো অতীত,
পাব লই মুখৰ হাঁহিটি ।

পাহৰিছোঁ সব কথা মনে একোনাই
মাথো সেই মৃত্যু দিন বাজে ;
তোমাৰ পদত কৰা ভক্তিৰে সেৱাটি
ৰই ৰই প্ৰাণত বিৰাজে ।

## পূর্ণিমা

দুঃখ শোক কত গ'ল শৈশৱৰ পৰা,
আদি অন্ত নোৱাৰি গণিব ;
কিন্তু দেখি ! সেই সেৱা হৃদয়ত মোৰ,
চিৰদিন উজলি থাকিব ।

সংসাৰ তপন মাজে এদিন যেতিয়া,
প্ৰবেশিম শোক আনন্দত ;
তেতিয়াও ৰব মোৰ স্মৃতি পটে আঁকা
তোমাৰ চেনেহ অন্তৰত ।

অভাগাৰ স্নেহ বেথা এৰি কিয় হায় !
গুচি গ'লা অজান দেশক ?
দেখুৱাই দিয়া মোক মৰমৰ আই !
ময়ো যাওঁ তোমাৰ লগক ।

কপট সংসাৰ এই কুটিল মানৱ,
আত্ম-গ্লানি বিভূতি উদয় ;
স্বাৰ্থ মোহে অন্ধ হই কৰিব অন্যায়,
যিবা হ'ক পৰৰ বিলায ।

## পূৰ্ণিমা

নাই তেনে প্ৰয়োজন এনে সংসাৰত,
কৰিবলৈ নৰ হই বাস ;
শোকে তাপে জৰ্জ্জৰিত মানৱ হৃদয়,
ক্ষন্তেকীয়া জীৱন আবাস ।

অনন্ত বিশ্বৰ গতি, অসীম অপাৰ,
জীৱন-মৰণ অনুৰূপ ;
ধন ৰত্ন ভাই বন্ধু, অনিত্য সকলো,
ভাওঁনাৰ পুতু'লাস্বৰূপ ।

ৰঙ্গমঞ্চ অভিনেতা, কৰি সকলোকে,
সাজিছে 'ই ভব-সংসাৰত ;
তুমিও জননীৰূপে হইছিলা আহি,
ভাওঁৰীয়া ভব নাটকত ।

কিন্তু তব যবনিকা পতনৰ লগে,
গুচি গ'লা অজান দেশক ;
নাজানো কিদৰে আছা কোনৰূপ ধৰি,
নাই শক্তি চিনিব তোমাক ।

মৃত্যু কেনে বস্তু আই ! টেঙানে মধুৰ,
মৰিলেকি নাহে আৰু ঘূৰি ?
জন্ম মৃত্যু ঘটে কিয় প্ৰাণী সমাজত,
নাই জানো তাৰ আগগুৰি ?

ইয়াৰ চিচিনা তাতো আছে জানো ঘৰ
ভাই ভনী ডেকা বুঢ়া বুঢ়ী ?
গৰু পশু সুধাকণ্ঠি বিহঙ্গ সমাজ,
মানৱৰ কপট চাতুৰী ?

ইয়াৰ নিচিনা তাতো আছেনে পৰ্ব্বত,
নদ-নদী সুন্দৰ ফুলনি ?
মনোমোহা প্ৰকৃতিৰ অপূৰ্ব্ব বৰণ,
পথাৰত কোমল ঘাঁহনি ?

ইয়াৰ নিচিনা তাতো উঠেনে সদায়,
গৰ্ব্বীতৰ প্ৰলাপ গৰ্জ্জনি ?
পাপাচাৰী মানৱৰ অন্যায়াবিচাৰ,
গোৰীপৰ কাতৰ বিননি ?

ইয়াৰ নিচিনা তাতো কৰেনে গৌৰৱ,
—"মই ধনী উচ্চবংশ জাত"—?
ব্ৰাহ্মণ ক্ষেত্ৰিয় ভেদ, শূদ্ৰৰ চাণ্ডাল,
উপাধীৰ গধূৰ বোজাত ?

ইয়াৰ নিচিনা তাতো মাৰে জানো ভেম্,
সত্যবাদী গ্ৰাম্য সমাজত ?
চহা-দুঃখী-গোৰীপৰ হিয়া খুলি খাই,
পৰিশেষে কৰে ছট্‌ফট্ ।

মৰিলে 'ই প্ৰাণ পখী কেনি উৰি যায়,
ক'ত গই কৰে অধিবাস ?
কেনেকুৱা ঠাই সেই মায়ানে মোহিনী,
আছে জানো বিশ্বৰ আবাস ?

মৰণৰ পিছে আত্মা কেনে ৰূপ ধৰে,
পঞ্চভূত কেনিলীন যায় ;
মৰিলে পুনৰ জন্ম হয়নে, নহয়,
কিবা আছে ৰহস্য লুকায় ?

পূর্ণিমা

পিতৃ মাতৃ ভাই বন্ধু, আত্মীয় স্বজন,
মিলে জানো মৃত্যুৰ পিছত?
মিলন স্নেহেৰে গথা অভেদ্য হৃদয়,
লগ হয় একেটি ঘৰত?

নতু এই পৰমাত্মা বতাহত উৰি,
ঘূৰি ফুৰে অনন্ত সংসাৰ;
পৰিশেষে যায় লীন পৰম পিতাত,
জলবিন্দু যেন সাগৰৰ?

মৃত্যু হলে পায় যদি বিশ্ব খনিকৰ;
দয়াময় পতিত পাৱন;
কোন তেওঁ, কত থাকে, কিবা ৰূপধৰি,
ধ্যানে যাৰ নাপায় দৰ্শন।

অসীম অনন্ত প্ৰাণী, জন্ম মৃত্যু ৰূপে,
বই আছে আবদ্ধ গতিত;
মায়া চক্ৰে বন্ধ হই কৰি অভিনয়,
লয় পাই আছে বিস্মৃতিত।

## পূর্ণিমা

ৰজা প্ৰজা ধনী, মানী, সুখী আৰু দুখী,
সকলোৰে আহিব এদিন ;
জীৱন প্ৰদীপ নুমি মাটিত লুকাব,
লুপ্ত হই শৰীৰ যিদিন।

পৰি ৰব ঘৰ বাৰী ঐশ্বৰ্য্য বিভূতি,
ভাই ভনী ল'ৰা যতমানে ;
যাক দেখি কৰিছিল অসাৰ গৌৰৱ,
দুৰাকাঙ্ক্ষী, মোহ অন্ধ জনে।

মোৰা তেন্তে, মোৰা আই ! নকৰোঁ বেজাৰ,
আগপিছ দুদিন মাথোন ;
সংসাৰৰ কোনো বস্তু নোহে চিৰস্থায়,
সকলোৱে নিশাৰ সপোন।

থাকা আই ! সৰগত চিৰ শান্তি লভি,
আশীৰ্ব্বাদ কৰি সন্তানক ;
সৰ্ব্বজ্যোতিৰ্ম্ময় সেই নিৰ্গুণ দেৱতা,
পাওঁ যেন পৰম পিতাক।

—•—

সকপেটা বজাৰ।

১৯ জেঠ ; ১৩৩৪ চন।

## চৰিত্ৰ ।



সাৱধান, সাৱধান ! নৰৰ সমাজ,
উলতা নহবা কস্তেকত ;
গধূৰ সংসাৰ গমি চোৱাঁ হেৰা, চোৱা,
কিনো দেখা পূৰ্ণ জগতত ।

বসন ভূষণ পিন্ধি বাহ্যিক ভাবত,
কৰা যদি উদগতিৰ পূজা ;
ন'পোৱা কাহানি তাক চৰিত্ৰ বিহনে,
নাথাকিলে জ্ঞানৰ সৰজা ।

চৰিত্ৰ নিৰ্ম্মল কৰি, সদগতিৰ হেতু,
যিটো নৰে হয় আগুৱান ;
নৰ-সমাজত পায়, সিজন পুৰুষে,
মানুহ হৈ দেৱৰ আসন ।

যি হয় চৰিত্ৰ ঘৃণী লোক সমাজত,
নাই তাৰ সমূলি আদৰ ;
কলঙ্ক-কালিমা আঁকি সিজন অধমে,
নব জন্ম কৰিছে অসাৰ।

এতেকতে সাৱধান ; হোৱা সকলো ৰে,
নোহে যাতে চৰিত্ৰত খুন ;
চৰিত্ৰ নিৰ্ম্মল কৰি, ধৰ্ম্ম আভৰণে,
ভজা সেই নিত্য নিৰঞ্জন।



ভৱানীপুৰ।
২৪।৩।২২ ইং



# পূর্ণিমাৰ চন্দ্ৰ গ্ৰাস।

—*—

পূৰ্ব্ব আকাশৰ পিনে, চোৱাঁ আজি সউ,
পূৰ্ণ শশী উঠে উলাসত,
নতুন আলোক ঢালি বিশ্ব-প্ৰেম তাৰে,
বিমোহিত কৰিছে জগত।

গোলাপ ফুলৰ দৰে কৰি জক্ মক্,
বিলাইছে অমিয়া জোনাক:
প্ৰকৃতিৰ শিৰে শিৰে ঢালি চন্দ্ৰিকাৰ
—বিতোপন কৰিছে ধৰাক।

ঘৰ বাৰী গছলতা, পৰ্ব্বত পাহাৰ,
সকলোতে ৰূপালী বৰণ;
বনদেৱী সৱে আজি নৱ উলাসত,
গাইছে বিভুৰ গুণ গান।

PLEASE HANDLE THE BOOK CAREFULLY.

## পূৰ্ণিমা

হাঁহি-মাতি নাচি-বাগি নীল আকাশত,
ক্ৰমে চন্দ্ৰ উঠিছে ওপৰ ;
হঠাৎ বিকট মূৰ্ত্তি, কাল ৰাহু আহি,
গ্ৰাসিলেহি জেউতি জোনৰ ।

অন্ধকাৰ মহানিশা, ঘেৰিলে জগত,
অসুখত কান্দিলে ধৰণী ;
তৰাই বিলাকে যেন চকু ভৰা নীৰে,
কান্দি আছে হিয়া ধুনি ধুনি ।

পশু-পখী-গছ-লতা, সকলোৱে আৰু,
নত শিৰে কৰিছে ৰোদন ;
সুফুটে যে সেই ধ্বনি, নাবাজে কাণত,
এনেকুৱা গভীৰ গ্ৰহণ ।

কিন্তু আহা ! ঈশ্বৰৰ অনন্ত কৃপাত,
পুনঃ শশী গগন বিৰাজি ;
জ্বলিলে নতুন ৰূপে নতুনত্ব লই,
প্ৰকাশি বিভুৰ মায়া বাজি ।

এই দৰে জীৱনৰো কাল চক্ৰ ঘূৰি,
আথান্তৰ মিলে অনিবাৰ ;
কিন্তু আহা ! ঈশ্বৰৰ কৰুণ ৰসত,
গলি যায় সেই আথান্তৰ ।



নলবাড়ী ।
২০।২।২৪ ইং

# নৱ-বৰ্ষ ।

—*—

পূৰণি বছৰে আজি মেলানি মাগিলে,
বছৰৰ শেষান্ত দিনত ;
আহা ভাই ! সকলোৱে একেলগে মিলি,
গাওঁ নৱ আবাহন গীত ।

বাজিছে জগত বীণা অমিয়া সুৰেৰে,
যি সুৰত মোহ ত্ৰিভুবন ;
হৃদয়ৰ মহাশক্তি উঠিছে বিকাশি,
মহানন্দে নাচিছে ভুবন ।

নতুন দিনত আজি নতুন মিলন,
নতুনত্ব সবাতো বাজিছে ;
নতুন ধৰণে আজি প্ৰকৃতি দেৱীয়ে,
সাজি পাৰি সবাকো ভুলিছে ।

## পূৰ্ণিমা

গছ-লতা, গৰু-ম'হ জগত প্ৰাণীয়ে,
নৱৰূপ কৰিছে ধাৰণ ;
চন্দ্ৰ-সূৰ্য্য-গ্ৰহ-তৰা সুনীল আকাশে,
নৱ তেজে ঢালিছে কিৰণ ।

প্ৰকৃতিৰ কুঞ্জলতা মনো মোহা ফুল,
নিজ হাতে জগত পিতাই ;
ৰমক্ জমক্ কৰি পিন্ধালে আপুনি,
সৰগৰ চিত্ৰখনি চাই ।

মাজে মাজে সেউজীয়া ফুলনি বাৰীৰ,
বিতোপন কুঞ্জৰ মাজত ;
কুলিয়ে ধৰিলে গান পঞ্চমত টানি,
শুনি হিয়া পৰি যায় শাঁত ।

আহা ভাই ! সবে মিলি নতুনত্ব লই,
নৱোল্লাসে হওঁ আগুৱান ;
বইছে সময় সোঁত, চোৰা অবিৰাম,
নকটাবা দিন অকাৰণ ।

—*—

ভৱানীপুৰ ।
১ বহাগ, ১৩৩০ চন

## একতা।

—*—

একতাৰ গতি লই সমাজ বন্ধন,—
কৰিছে কতনা চোৱাঁ অসাধ্য সাধন।
পানীয়ে একতা হই কৰিছে সাগৰ;
বহু বাষ্প গোটখাই হইছে ডাৱৰ।
বহু গ্ৰহ গোটখাই সৌৰ জগত;
বহু শিল গোটখাই হইছে পৰ্ব্বত।
বহু ৰজা গোটখাই কৰে মহাৰণ,
"ফিৰিঙতি" মিলি হয় অনন্ত ভুবন।
বহু অঙ্গ গোটখাই পশু পখী নৰ,
পৰমাণু মিলি হয় নিগু্ৰ্ণ ঈশ্বৰ;
বহু ভাবে বহু কথা একতাৰ দল,
বহু ভাবে এক হই সাধিছে সুফল।
অকণি মুহূৰ্ত্ত মিলি হয় মহা যুগ;
বিশ্বৰ কণিকা মিলি কৰে নৱ পূগ।
একতাৰ দ্বাৰা চোৱাঁ ইংৰাজ সকল,
লভিছেহি পৃথিবীৰ ধনৰ ভৰাল;

## পূর্ণিমা

নাই আজি পৃথিবীত সমুন্নত জাতি,
সমকক্ষ শকতিৰ ৰুধিবলৈ গতি।
একেকতে সকলোৱে প্ৰাণে প্ৰাণে মিলি;
সমদলে গোৱা গীত অতীত '—'উজ্বলি।
উঠোক 'ই মহা ধ্বনি আকাশ পৰশি;
প্ৰেম-নদী বৈ যাওক হৃদয় বিকাশি।
জাতীয় যজ্ঞৰ হেতু একতা দলেৰে;
উঠা আজি মহোদ্দেশে নৱ উলাসেৰে।
গোৱা গীতি স্বদেশৰ অতীত গৰিমা;
লগে লগে ঈশ্বৰৰ বিচিত্ৰ মহিমা।

—*—

ভৱানীপুৰ।
১৯১৯ ইং।

# জাতীয়-ভাব।



এটি মধুফুল পাই,
ভোমোৰা উধায় যায়,
ক্ষুদ্রমতি কোমল হিয়াই ;
কোটি ফুল বেণু মাজে,
সৌৰভৰ বীণ সাজে,
চোৰা হেৰা নিচলা জীৱই।

মনে প্ৰাণে সকলোতে,
সমভাব উত্তমতে,
কৰে কেনে অমৃত ভক্ষণ ;
নৰ-প্ৰাপ্য অনিবাৰ্য্য,
বিৰাজে পূৰত সূৰ্য্য,
সমভাব প্ৰকৃত প্ৰমাণ।

পূর্ণিমা

মেলিলে প্ৰভাত চকু
উত্তেজি কোমল বুকু,
মন প্ৰাণ কৰে ছিলু ছিলু;
দেখিলে স্নেহৰ বন্ধু
আনন্দত বয় সিন্ধু,
জাতি প্ৰেমে হয় হিলু-জিলু।

সম ভাবে বিশ্ব-তন্ত্ৰ,
বাজিছে মোহিনী মন্ত্ৰ,
জগতক কৰি বিমোহন;
জাতীয় ভাবত মিলি,
মন প্ৰাণ সবে খুলি,
কৰা পিতা বিভুৰ কীৰ্ত্তন।

—*—

ভৱানীপুৰ;
১৯২০ ইং

## শৃঙ্খলতা।

—*—

হব খোজা যদি হেৰা, গুণৰ ভাজন ;
কৰা আগে হৃদয়ত শৃঙ্খলা গঠন।
উপবিষ্ট লভিবলৈ যদি কৰা মন ;
তেনে হলে পিন্ধা আগে, নির্ম্মল ভূষণ।
শৃঙ্খলাতে ৰুদ্ধ এই বিষয়া বিকল ;
শৃঙ্খলাতে বন্ধ যত নৈক্ষেত্র সকল।
শৃঙ্খলাৰ বাধ্য সেই জগত ঈশ্বৰ,
শৃঙ্খলাৰ বাধ্য আৰু ৰাজ-ৰাজেশ্বৰ।
শৃঙ্খলাতে দিন ৰাতি ঘটে নিৰন্তৰ,
শৃঙ্খলাতে জাব-জহ দেশ দেশান্তৰ।
শৃঙ্খলাতে ধৰাধাম কৰে আবর্ত্তন ;
শৃঙ্খলাতে দেশাচাৰ হয় অনুষ্ঠান !
শৃঙ্খলাৰ ৰীতিমতে মানৱ সমাজ ;
অসভ্যৰ হাত সাৰি লভিছে স্বৰাজ।
শৃঙ্খলা দাতাৰ পথী ডালে ডালে উৰি,
বিষয়া সুখৰ গীতি গায়ছেঁও ধৰি।

—এনুৱা সুখত নাই যাৰ তেনে ৰতি,
মানৱ নহয় সিটো জানিবা সম্প্ৰতি।
বিশৃঙ্খলা যিটো হয় পৃথিৱী ভিতৰ,
তাৰ দৰে নাই কতো কাপুৰুষ নৰ।

—*—

ভৱানীপুৰ।
২৪।৪।২১ ইং

# চমক্।

—*—

( ১ )

পালেহি বিপদ আহি ঘোৰ সঙ্কটত
ঘেৰিলেহি সুনীল গগন ;
অন্ধকাৰ দিনমণি হ'ল অকস্মাৎ,
ক্ৰমে ক্ৰমে মুদিলোঁ নয়ন।

হঠাৎ চমক্ খাই উঠিলোঁ যেতিয়া,
শোক আহি পৰিল মনত ;
হায় বিধি ! মোৰ গতি সাধিবা কেতিয়া
এই ভাবি হলোঁ মূৰ্চ্ছাগত।

তুৰন্তে চেতন পাই উঠিলোঁ পুনৰ,
—যাওঁ বাৰু ঘৰক' ইবাৰ ;
পালোহি যেতিয়া আহি দুখীৰ আলয়,
নাই শান্তি সকলো জনৰ।

শোকৰ মূৰ্চ্ছাত পৰি সকলোৱে যেন
হায় ! হায় !! বুলি কান্দে ঘনে
আচম্বিতে ধ্ৰুব হই গ্ৰাসিলে হৃদয়ে,
সেই কথা জাগে ক্ষণে ক্ষণে।

শয্যা পৰে অকস্মাৎ দেখিলোঁ সপোন
ৰুদ্ধ হ'ল ই ক্ষুদ্ৰ জীৱন ;
হায় হৰি ! কি কৰিলা নাই আৰু ত্ৰাণ,
কৰা ৰক্ষা পতিতপাৱন।

( ২ )

প্ৰণমো অভয় পদে পতিত পাৱন,
যোগীৰ বাঞ্ছিত সেই কোমল চৰণ।
কৃপা কৰা কৃপাময় কিঙ্কৰৰ প্ৰতি ;
মই প্ৰভু, নৰ মধ্যে দুৰন্ত দুৰ্ম্মতি।
স্থলে তযু আভৰণে শোভা বিতোপন ;
দিয়া দেৱ সেই পদে আমাকো দৰ্শন।
কিৰূপে পূজিম হায় ! চৰণ তোমাৰ ;
নাই যে শকতি প্ৰভু, এই মিচলাৰ।

যোগ্য বস্তু একো নাই, তব শ্ৰীপদৰ,
অজ্ঞনৰ কৃতজ্ঞতা নাজানো পূজাৰ।
তোমাৰ মহিমা প্ৰভু, জগতে প্ৰখ্যাত ;
নিজৰ ৰূপেৰে দেৱ ওলোৱা সাক্ষাত।
আৰ্ত্তনাদে নিৰন্তৰ গমি আছোঁ হায়!
তথাপি ন'হোৱা প্ৰভু এবাৰ সদয় ?

( ৩ )

তুমি প্ৰভু, মহাজন,
সাধা মোৰ প্ৰয়োজন,
কৰা কৃপা পতিত পাৱন ;
কাম-ক্ৰোধ-মাৎসৰ্য্যাদি,
পদাৰ্পিলে হৃদি ভেদি,
আগুৰিলে কৰা হি বাৰণ।
বিশ্বময় নাৰায়ণ,
তযু নাম ভগবান,
সুমঙ্গলময় তুমি হৰি ?
তুৱা পাৱে কৰি সাৰ,
প্ৰণমিছোঁ কোটিবাৰ,
নিয়াঁ মোক ই ভৱ উদ্ধাৰি।

এই দবে নানাভাব,
উপজিলে অনুতাপ,
পূর্ব্ব কথা মনে আকু হয় ;
চিন্তাত ব্যাকুল প্ৰাণ,
না পালোঁ সমূলি ত্ৰাণ,
কি কৰিলোঁ হায় ! হায় !! হায় !!!

—*—

ভৱানীপুৰ।
১৯১৯ ইং

# ভাৰত-গৌৰৱ।



( ১ )

অনাদি অনন্ত বিশ্ব—স্বদেশ গৌৰৱ,
মানৱৰ মনুষ্যত্ব সাৰ ;
জগতে সুযশ ৰাশি প্ৰকাশিলে যাৰ,
সেই—এই ভাৰত আমাৰ।

যি জাতিৰ তেজে হ'ল, বসুন্ধৰা দেৱী,
শিৰোমণি সংসাৰ ভিতৰ ;
স্বৰ্গৰ দেৱতা জিনি ভাৰত সন্তানে,
লভিছিল গৌৰৱ বিস্তৰ।

যি জাতিৰ ভয়ে কঁাপে ইন্দ্ৰ থৰ্ থৰ্
পৰাজয় মানি দেৱদল ;
বসুমতি বাৰে বাৰে প্ৰাণ বেদনাত,
পদ ভৰে কৰে তল্ মল্।

সত্য ত্ৰেতা আদি ৰূপে, ভাৰত সংহিতা,
পাতি লই যুগ যুগান্তৰ ;
নৰৰূপী নাৰায়ণ, নিৰঞ্জন হৰি,
প্ৰচাৰিলে কীৰ্ত্তি ভাৰতৰ ।

এই সেই স্বৰ্গাদপি, ভাৰত জননী,
পবিত্ৰ পদত চিৰকাল ;
সুযোগ্য সন্তান লই ওখ আসনত,
কৰি ছিল দেশক উজ্জ্বল ।

পৰম প্ৰতাপশালী, সেই আৰ্য্য জাতি,
নাই যাৰ খ্যাতিৰ তুলনা ;
ঋগ-যজুৰ্ব্বেদ আদি, প্ৰশান্ত আখ্যানে,
ভূমণ্ডল কৰিলে যোজনা ।

কবি শ্ৰেয়ঃ আৰ্য্য ঋষি, ব্যাস ও বাল্মীকি,
সনক বশিষ্ঠ আদি মুনি ;
বিষ্ণু তেজে তেজী হই ঘোষিলে সুখ্যাতি,
অদ্বিতীয় ভাৰত কাহিনী ।

পুৰুষ উত্তম যদু বংশ ভাৰতৰ,
সুযশ-গৰিমা-খ্যাতি যাৰ ;
বীৰ শ্ৰেষ্ঠ চূড়ামণি ক্ষেত্ৰিয় সকল,
প্ৰকাশিলে গৌৰৱ অপাৰ ।

সেই শ্ৰেষ্ঠ বংশ আজি আনৰ সেৱক,
দেখি হায় ! বিদৰে পৰাণ ;
সেই দেৱী দেৱ-পূজ্য ভাৰত জননী,
হিয়া ফালি কৰিছে ৰোদন ।

যি ভাৰত-আৰ্য্যজাতি ধৰা সুশোভন,
বেদে যাক কৰে আলিঙ্গন ;
সেই আৰ্য্য-পুত্ৰ আজি ভিখাৰী পৰৰ,
শোকে তাপে দহে হায় ! প্ৰাণ ।

( ২ )

সেই ঋষি মুনি সব ক'ত আজি হায় !
সেই শুদ্ধ যদুবংশ কিহেতু নো ক্ষয় ?
সেই প্ৰতাপী ক্ষেত্ৰ তেজ কি দুৰ্ভাগ্য ক্ৰমে,
হেকৰালো হায় ! হায় ! বিবাদ !! আশ্ৰমে ।

চন্দ্ৰ-সূৰ্য্য বংশধৰ আৰ্য্যৰ সন্তান ;
কিবা দোষে হায় প্ৰভু! কৰিলা নিৰ্য্যান।
ক'ত আজি ৰাজনৈতি' সেই কৃষ্ণধন ?
ক'ত আছে সেই আৰু সাত্বিক ব্ৰাহ্মণ ?
ক'ত আজি বাহুবলী বীৰ ক্ষেত্ৰগণ,
ক'ত আছে দ্ৰোণ-ভীষ্ম-কৰ্ণ ভীমাৰ্জ্জুন ?
সেই বীৰ বংশধৰ শক্তিহীন হায় !
ৰোগে শোকে জৰ্জ্জৰিত পতিত সদায়।
সভ্য সমাজত হেৰা ভাৰতীয়গণ ?
কবানে "আমিয়ে" বুলি "আৰ্য্যৰ সন্তান" ?
নিজ ধৰ্ম্ম-কৰ্ম্ম যদি নকৰা সাধন ;
বিয়াপিব অপযশ নিখিল ভুবন।
এই অপযশ আৰু কলঙ্কত ৰাহুৱে ;
গ্ৰাসিব অতীত কীৰ্ত্তি কুনীতি লাঘৱে।
নকৰিলে মুক্তি চেষ্টা সদগতি সাধন ;
নৰ বুলি কোনে আৰু কৰিব দৰ্শন ?
শক্তি বলে মুক্তি লাভ নকৰে যি জন ;
পৃথিবীত জন্ম ধৰা নাই প্ৰয়োজন।
জননীৰ দুখে যাৰ দুখী নোহে প্ৰাণ ;
অকৃতজ্ঞ সেই জন পশুৰ সমান।

হিংসা, নিন্দা সমাজত থাকিলে প্ৰচুৰ ;
জাতিৰ উন্নতি সাধা নিতান্ত কঠুৰ।
একচত্ৰী নোহে যদি ভাৰত সন্তান ;
নহব বন্দনা আজি ভাৰত সাধন।

—*—

ভৱানীপুৰ।
১৯২২ ইং

---

## জলহীন নদীৰ বুকত।

—*—

হায়! আজি কিয় তোমাৰ হৃদয়,
শুকান বালিৰে ভৰা?
মৰুময় হই গইছা শুকাই,
বিষাদে আগুৰি পৰা!'

নাই আজি কিয় সলিলৰ ঢউ
নাবিকক ভয় দিয়া;
প্ৰখৰ সোঁতৰ ভীষণ নিনাদ,
গাওঁ-ভূই উটাই নিয়া?

হৃদয় মাজত আছিল তোমাৰ
অগাধ জলৰ বোম;
নানা তৰহৰ মাছ ঘৰিয়াল,
ভেমফুটা আদি দোম।

## পূর্ণিমা

শিলকটি নল ভেহ গছনিয়ে,
শোভিছিল দুই পাৰ ;
ঢেকৰ ভাউক হাঁহ বগলীয়ে
পৰিছিল ভালত তাৰ ।

ঠকৰা ঠোটেৰে মাছবোৱা পখী,
শূন্যত নিশান কৰি ;
ধৰিছিল কত ঘৃগুণীৰ পোনা,
জলৰ মাজত পৰি ।

হায় ! আজি কিয়, তোমাৰ হৃদয়,
শুকান বালিৰে ভৰা ;
মৰুময় হই গইছা শুকাই,
বিষাদে আগুৰি পৰা ?

বহু পথ-শ্ৰান্ত পথিকক তুমি,
দিছিলা নবীন বাৰি ;
গছ গছনিৰ ৰাখিছিলা জীপ্
অন্তৰ সলিলা কৰি ।

চইত মহীয়া ৰ'দৰ তাপত,
চেতন হেৰুৱা প্ৰাণী ;
লভিছিল আহি, অপাৰ শান্তি,
খাই নিৰমল পানী।

বাৰিষা কালত ফেনে-ফোটোকাৰে,
উফি উঠিছিলা তুমি ;
খেতি পথাৰক নিছিলা উটাই,
জলময় কৰি ভূমি।

চহা খেতিয়কে শোক বেজাৰত,
বুকুত ভুকাই কত ;
হায় ! হায় !! বুলি কৰি আৰ্ত্তনাদ,
হইছিল মূৰ্চ্ছাগত।

হায় ! আজি কিয়, তোমাৰ হৃদয়,
শুকান বালিৰে ভৰা ?
মৰুময় হই গইছা শুকাই,
বিষাদে আগুৰি পৰা ?

গৰু-পহু-ৰবা জীব জন্তু-আদি,
অঠাই পানীত পৰি ;
কক বকৃ কৰি উটি ফুৰিছিল,
বিচাৰি সম্পদ তৰী ।

অকনি অকনি পকুৱা পিপৰা,
বিপদ সমস্যা পাই ;
একতাৰ দোলে বান্ধি খাম লাকু,
ফুৰিছিল বিপন্ন হৈ ।

দাঁতি কাষৰীয়া, উচ্চ তৰুৰাজ,
প্ৰতিদ্বন্দ্বী ভাবি মনে ;
অতি দৰ্প কৰি, ভাঙিছিলা তুমি,
সোলোকাই পাৰবানে ।

আজিও তোমাৰ আছে—পাছে কত,
ৰ'ইছে অলেখ চিন ;
হব সিও শেষে চকুৰ পলশে,
কাল-সাগৰত লীন ।

হায়! আজি কিয় তোমাৰ হৃদয়,
শুকান বালিৰে ভৰা ?
মৰুময় হই গইছা শুকাই,
বিষাদে আগুৰি পৰা ?

অগাধ জলৰ প্ৰখৰ ধাৰত,
প্ৰাণ গইছিল উৰি ;
কিন্তু আজি হায়! গাড়ী, গৰু, ঘোঁৰা,
ওপৰে' ফুৰিছে লৰি।

কৰিছিলা নিকাঁ চহৰ বজাৰ,
পবিত্ৰ সলিল ঢালি ;
—নিজৰ বুকত পৰি আছে নানা,
কুগন্ধি বিলাক্ত মলি।

হ'ল কি দোষত তোমাৰ'ই দশা,
কোঁৱা ভাঙি নদী মোক ?
কান্দিছে পৰাণ, দেখি এনে ৰূপ,
নধৰা হইছে শোক।

যোগী সন্ন্যাসীৰ ভাঙি মহা ধ্যান,
অভিশপ্ত হ'লা নেকি ?
নতু, কৰি পাপ, গো-ব্ৰাহ্মণ বধি,
দি, আছিলা সদা ফাকি ?

হায় ! আজি কিয়, তোমাৰ হৃদয়,
শুকান বালিৰে ভৰা ?
মৰুময় হই গইছা শুকাই,
বিষাদে আগুৰি পৰা ?

আছে উত্তৰত গিৰি হিমালয়,
মহান মূৰতি ধৰি ;
নিজৰা জৰনা বইছে সদায়,
বহু নদ-নদী কৰি ।

বোধ কৰোঁ তুমি পৰি আছা কোঁপে,
গিৰিৰাজ হিমাদ্ৰিৰ ;
নতু জুৰী বোৰে কৰি কিবা খণ্ড,
নেদেখা কৰিছে শিৰ ?

—কিম্বা মানৱৰ পাই অত্যাচাৰ,
অন্তৰ সলিলা হই ;
বইছা নীৰৱে বিদাৰি বসুধা,
মহান্ উদ্দেশ্য লই ?

মিলি আছা নেকি, মহাসাগৰত,
কপট বিহীন হই ;
মায়া মোহে ঘেৰা সংসাৰ জঞ্জাল,
সকলোকে এৰি থই ?

হায় ! আজি কিয়, তোমাৰ হৃদয়,
শুকান বালিৰে ভৰা ?
মৰুময় হই গইছা শুকাই,
বিষাদে আগুৰি পৰা ?

জগতৰ এই বিষম সমস্যা,
ঘটি থাকে অনিবাৰ ;
সুখ-সম্পদত, দুঃখ-শোকে আহি,
কৰে নানা অপকাৰ ।

## পূর্ণিমা

সাগৰ পৰ্ব্বত, পৰ্ব্বত সাগৰ,
নগৰ অৰণ্যময় ;
অৰণ্য নগৰ, নদী আলি বাট,
আলি বাটে নদী হয় ।

মানুহবো হয় কাৰ্য্য কাৰণত,
প্ৰবল উত্তম মতি ;
জলহীন হয় নদী সম প্ৰায়,
বিষাদে আগুৰা ভেঁটি ।

তব ইচ্ছা প্ৰভু’ কৰা তুমি পূৰ্ণ
উপলক্ষ মাথোঁ আমি ;
দিছা বহু শোক, নকৰোঁ বেজাৰ,
জানিবা হৃদয় স্বামী ।

—হায় ! আজি কিয়, তোমাৰ হৃদয়,
শুকান বালিৰে ভৰা ?
মৰুময় হই, গইছা শুকাই
বিষাদে আগুৰি পৰা ?

—•—

[ এটা মৰা নদীৰ বুকত—ভৱানীপুৰ ]
১৮ বহাগ, ১৩৩৪ চন

# বিদ্যা।



সৃষ্টিৰ আদিতে এই জগত পাতনি,
এন্ধাৰত লুকলীয়া হই ;
প্ৰকৃতিৰ নৱজ্যোতি অজ্ঞতা পাশত,
বন্ধ হই আছিল সদাই।

নাছিল সমূলি কাৰো জ্ঞান-আভা প্ৰাণে,
সতত উকলি ধৰা মন ;
নেদেখি "সংসাৰ বস্তি" খপিয়াই তেনে,
মুদিছিল উজ্জ্বল নয়ন।

বিদ্যাৰ বিজুলী দেখি যেতিয়া জগতে,
আৰোহিলে "বিজ্ঞান ৰথত" ;
ঘোষিলে মানৱ খ্যাতি, বাজিলে প্ৰভাতে,
অদ্বিতীয় জ্ঞান গৰিমাত।

## পূর্ণিমা

নানাৰূপে বিভূষিত কাব্য নিকুঞ্জন,
নিদ্ৰা লুটা মানৱ হৃদিত ;
উদিলে চেতন-ৰবি, হৃদয়-গগন,
পূৰ্ণজ্যোতি কৰি বিৰাজিত ।

গ্ৰহ-তৰা সম হই জ্ঞান-আলোকেৰে,
আলোকিত মানৱ হৃদয় ;
সংসাৰৰ গতিবিধি তুল্যৰূপে চাই,
নৱশক্তি কৰিছে উদয় ।

বিদ্যাৰ বলতে নৰ, মৰিও অমৰ,
পূজা লই জন সমাজত ;
বিয়াস বাল্মীকি আদি বিদ্যাৰ গুণতে,
তুলিছে 'কুসুম কাননত' ।



নলবাড়ী ।
১৯২৩ ইং



# এলাহ।



কোনেনো স্রজিলে এই অসীম সংসাৰ,
বিশ্বমূল বিশ্বৰ আধাৰ ;
কল্পনা যাতত দলি পুৰুষালি তেজে,
উন্নতি সাধিছে অনিবাৰ।

এলাহৰ মালা গাঁথি পিন্ধে যিটো নৰ,
কৰ্ত্তব্যক কৰি আওকাণ ;
নিশ্চয় জানিবা তেওঁ পশুৰ অধম,
এলেহুৱা পাবণ্ড ঘিজন।

বিজুৰ ফুলনি-ফুল নিচিঙিলে হাতে,
নিজে আহি নোশোভে কণ্ঠত ;
এলেহুৱা হই যদি থাকা অবিৰাম,
কি উপায়ে হবানো উন্নত ?

লোকৰ সম্পদ দেখি কান্দিবা নিশ্চয়,
দগ্ধ হই সংসাৰ চিন্তাত ;
কান্দিবা নীৰৱে আৰু চকু পানী মুচি,
'হায় !' বুলি হই মূৰ্চ্ছাগত।

সুখৰ সুকিল বস্তু নাপাবা অলপো,
চিন্তায়ে দহিব মন প্ৰাণ ;
হিয়া ভেদি বিষাদৰ হুমুনিয়া কাঢ়ি,
উদগাৰতে জ্বলিব পৰাণ।



ভৱানীপুৰ।
২।৯।২১ ইং

# ক্ষমা ।

—*—

ক্ষমা দিব্য অলঙ্কাৰ, নাই কোনো সমতাৰ,
সুধা কণ্ঠ মিহলোৱা বীণ ;
সৰ্ব্ব সূক্ষ্ম ধৰ্ম্মফল, নিজে আৰ্জ্জে তাৰো চল,
চাটিমাৰি সকলো কিৰণ ।

সহিষ্ণুতা জগতৰ, কোটি ৰত্ন সৰগৰ,
—যেনে দীপ্তি কৰে দিনকৰ ;
গুণজ্যোতি সহিষ্ণুতা, হৃদয়ৰ উজ্জ্বলতা,
সমাজৰ আদৰ্শ সংস্কাৰ ।

শান্তি-সুধা আৱসত, বিজুলীৰ আগমত,
বয় চোৱাঁ শীতল মলয়া ;
পূণ্য জ্যোতি ক্ষমা বসে, সৰ্ব্ব প্ৰাপ্য নিতে বসে
পৰিচয় নিজমে বিজয়া ।

গুণৱন্ত মহাজন, সর্ব্বজ্যোতি আৰোহণ,
যেয়ে হয় ক্ষমাৰ ভাজন ;
পুৰোভাগ অভিলাষে, সব পায় ষি পুৰুষে,
তেৱেঁ মাথোঁ কৰে অনুষ্ঠান ।

—তাৰ বাজে সকলোটি, ফল-মূল ডালে হ'টি,
ধুমুহাত পৰে ভাঙিচিঙি ;
সংসাৰ নিকাৰ ভুঞ্জি, মধুময় প্ৰেমপুঞ্জি,
পিশাচৰ দিয়ে ভীম চণ্ডী ।

অনন্ত কৃপাৰ কিন্তু, বইছে অনন্ত সিন্ধু,
হৃদয়ে হৃদয়ে গাঁথা স্নেহ ;
ক্ষমাৰ অপূৰ্ব্ব কীৰ্ত্তি, 'সৰ্ব্বংসহা বসুমতি'
ৰাখিছে আপোন ৰূপে ভেহ ।

—*—

ভৱানীপুৰ ।
১৯২০ ইং

# আশা আৰু নিৰাসা।

—*—

আশাৰ মোহণ বেনু বজাই নীৰৱে,
লভিছিলোঁ আনন্দ অপাৰ ;
কিন্তু আজি নিৰাশাৰ দুৰ্জ্জয় দানৱে,
কৰিলেহি ভাঙি চুৰ্‌মাৰ্।

আশাৰ সুন্দৰ তৰু কলোঁ কাননত,
খাবলই ফল অমৃতৰ ;
কিন্তু আজি নিৰাশাৰ মহা ধুমুহাত,
ভাঙিচিঙি হ'ল চুৰ্‌মাৰ্।

আশাৰ কাঞ্চন ফুল বপি উত্থানত,
ঘ্ৰাণি বলই ফুল সুগন্ধৰ ;
কিন্তু আজি নিৰাশাৰ পোকৰ গ্ৰাসত,
জহি খহি হ'ল চুৰ্‌মাৰ্।

## পূৰ্ণিমা

আশাৰে দালান বান্ধি প্ৰেমানন্দে হাঁহি,
ভুগিছিলোঁ সুখ সৰগৰ ;
কিন্তু আজি নিৰাশাৰ ভূমিকম্প আহি,
পেলালেহি কৰি চুৰ্মাৰ্।

আশাৰ তৰণি সাজি মহা সমুদ্ৰত,
লভিবলৈ ৰত্ন অমূল্যৰ ,
কিন্তু আজি নিৰাশাৰ তৰঙ্গ হেচঁাত,
তৰী ভাঙি হ'ল চুৰ্মাৰ্।

আশাৰ হৰিণ সাজি ফুৰিলোঁ বনত,
পান কৰি কোমল ঘাঁহনি ;
কিন্তু আজি নিৰাশাৰ ব্যাধৰ হাতত,
ভাঙিলেহি আগ ভৰিখনি ।

আশাৰ সুন্দৰ পখী হই উত্থানত,
চুমিছিলোঁ কুঞ্জ কুসুমিত ;
কিন্তু আজি নিৰাশাৰ শেনৰ হাতত,
পাখি ভাঙি পৰিলোঁ ভূমিত ।

## পূৰ্ণিমা

আশাৰ প্ৰবল নদী তীব্ৰ গতি ধৰি,
বইছিল সাগৰ উদ্দেশে ;
কিন্তু আজি নিৰাশাৰ বালি চৰ পৰি,
মৰি গ'ল চকুৰ নিমিষে ।

আশাৰ নিজৰা বই হোৱা সমুদ্ৰই,
ডুবিছিল দেশ দেশান্তৰ ;
কিন্তু আজি নিৰাশাৰ মৰুভূমি হই,
পানী শুহি হ'ল বালিৰে ।

আশাৰে চালিত হই দুঃখ কষ্ট সহি,
বিচাৰিলোঁ পানী পিয়াহৰ ;
কিন্তু আজি নিৰাশাৰ মৰিচিকা আহি,
দেখুৱালে চিত্ৰ বিষাদৰ ।

আশাৰূপ লালসাত লালায়িত হইল,
বান্ধিলোঁ কত না পানী লাৰু ;
কিন্তু আজি নিৰাশাৰ থেকেচনি পাই,
ভাঙি গ'ল সেই পানী লাৰু ।

## পূৰ্ণিমা

আশাৰ বিমল চন্দ্ৰ নৱৰূপ ধৰি,
বিতৰিলে পবিত্ৰ কিৰণ ;
কিন্তু আজি নিৰাশাৰ অমাবস্যা পৰি,
অন্ধকাৰে ঢাকিলে ভুবন ।

আশাৰ উজ্জ্বল ৰবি, জগত প্ৰকাশি,
বিৰাজিলে বিমান পথত ;
কিন্তু আজি নিৰাশাত ধূমকেতু গ্ৰাসি,
পেলালেহি ঘোৰ এন্ধাৰত ।

আশাৰ হেদালী সাজি বহু যত্ন কৰি,
তৰিছিলোঁ মেঘ-চন্দ্ৰাতপ ;
কিন্তু আজি নিৰাশাৰ ঢেৰেকণী মাৰি,
পেলালেহি তীক্ষ্ণ বজ্ৰপাত ।

আশাৰ চলনে চলি ভাডি পাতি লই,
বহুদিন আছিলোঁ ধিয়াই ;
কিন্তু আজি নিৰাশাত আচম্ভিত হই,
পৰি ৰলোঁ লক্ষ্যশূন্য হই ।

PLEASE HANDLE THE BOOK CAREFULLY.

পুৰ্ণিমা

এবে তুমি 'লক্ষ্যদাতা' বিশ্ব-কল্পতৰু,
দিয়া মোৰ লক্ষ্য দেখুৱাই ;
আশাত নিৰাশ হই কত কি যে আৰু,
দুঃখ কষ্ট ভুগিছোঁ সদায়।

—*—

সৰুপেটা বজাৰ।
৪ জেঠ, ১৩৩৪ চন




১২২
DISTRICT LIBRARY
(HEM BARUA COLLECTION)
TEZPUR.

# জাননী।

শ্ৰীযুত যোগেন্দ্ৰনাথ ৰণাপাটগিৰি প্ৰণীত

পুথিৰ তালিকা,—

১। পূৰ্ণিমা ... (পদ্যময়)।
২। জ্ঞান-দায়িনী (গদ্যময়)।
৩। অমায়া ... (পদ্যময়)।
৪। দুখীয়া ... (পদ্যময়)।
৫। তেজ (Biographical drama ; উপন্যাস)।
৬। মগধ-বিজয় (পৌৰাণিক নাটক)।
৭। বাণ-বিজয় ( ঐ )।
৮। লাচিতফুকন (ঐতিহাসিক নাটক)।
৯। প্ৰাকৃত সংগ্ৰাম (অভিনৱগীতাভিনয়)।
১০। টেঙৰালি (ধেমেলীয়া নাটক)।
১১। জন্মাষ্টমী (পৌৰাণিক নাটক)।
১২। ৰণা (যৌৰঙ্গিক নাটক)।
১৩। পদুম-কুঁৱৰী ( ঐ )।

ৰণা ব্ৰাদাৰ্চ এণ্ড কোং

ভৱানীপুৰ, সৰু পেটা বজাৰ।

কামৰূপ।